খোলাফায়ে ৰাশেদীন

চতুৰ্থ খলিফা

# হজৰত আলী মোৰতজা



ৰচক—

মৌলবী হাজী ফাইজ উদ্দিন আহমদ।

[illegible] কেন্দ্ৰ। [illegible]

যোৰহাট।

# হজৰত আলী মোৰতজা।



ৰচক

মৌলবী হাজী ফাইজ উদ্দিন আহম্মদ,

ভূতপূৰ্ব্ব একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ,

যোৰহাট।

প্ৰকাশক ঃ—

মোলবী এম্, জেদ, আহমদ বি, এল্-টি,

যোৰহাট

প্ৰথম সংস্কৰণ।

১৯২৯।

বেচ দাম ৶০ তিনি অনা মাথোন।

# সূচীপত্ৰ

চতুৰ্থ খলিফা

# হজৰত আলী মোৰতজা।



## ইছ্‌লাম গ্ৰহণৰ আগছোৱা।

ইৰাণৰ প্ৰসিদ্ধ সম্ৰাট নওশেৰোঁৱাৰ নাতি খুছৰুপৰেজৰ শাসন-কালত মক্কা-নগৰত বিখ্যাত কোৰেচ্ বংশৰ বনি-হাশ্বিম ফৈদত, ৫৯৮ খৃষ্টাব্দৰ ২৩ ৰজব, দেওবাৰে, 'শ্বেৰে-খোদা' হজৰত আলী মো'ৰতজা কাৰ্ৰামাল্লাহো আজ্‌হাহুৰ জন্ম হয়। তেওঁৰ পিতাকৰ নাম আবুতালেব। আবুতালেবৰ ভতিজা শেষ নবী হজৰত মোহম্মদৰ (দঃ) বয়স তেতিয়া ২৮ বছৰ হৈছিল। হজৰত আলীৰ জন্মৰ সময়ত তেওঁৰ পিতাক ঘৰত নাছিল। হজৰত ৰছুল-কৰিমে (দঃ) এই শুভবাতৰি পাই, আবুতালেবৰ ঘৰলৈ গৈ, কেঁচুৱা আলীক নিজৰ কোলাত লৈ নিজ হাতেৰে গা ধুৱাই দিছিল।

জন্ম।

সাধাৰণে হজৰত আলীক 'আছাদ', 'হায়দৰ' আৰু 'আলী' এই তিনটা নামেৰে মাতিছিল। কিন্তু তেওঁৰ 'লকব' (উপাধি) বহুত আছিল, যেনে—'মোৰতজা' (আল্লাৰ প্ৰিয়), 'শ্বেৰে-খোদা' (আল্লাৰ বাঘ), 'আছা-দুল্লাহ-আল্‌গালেব

নাম।

(আল্লাৰ বিজয়ী সিংহ), ‘শ্বাহে মৰ্দ্দাঁ’ (নৰপতি), ‘ইমামুল মোত্তাকিন্’ (সাধুসকলৰ নেতা) ইত্যাদি।

লʼৰা-কাল।

হজৰত আলীৰ চাৰি বছৰ বয়সত আৰব দেশত ভয়ানক আকাল (১) হয়। তেওঁলোকৰ পৰিয়ালটো বৰ ডাঙৰ, লৰা-ছোৱালী বহুত, খৰচ বৰ বেছি। তাতে ব্রহ্ম আকাল আহি পৰাত, আবুতালেব বৰ বিপদত পৰিল, দুবেলা দুমুঠি পেটভৰি খাবলৈকে টান পৰিল। ইয়াকে দেখি, ৰছুল-কৰিমৰ (দঃ) কোমল হিয়া কান্দি উঠিল। সেই কালত বনি হাশ্বিম বংশৰ মাজত হজৰত আব্বাছেই সকলোতকৈ ধনী আছিল। হজৰত ৰছুল-কৰিমে (দঃ) তেওঁৰ ওচৰলৈ গৈ ক'লে, “চাচাজান! আলীভাইহঁতৰ বিলাই দেখি মোৰ বুকু ফুছিবা হৈ গৈছে। মই মনত ভাবিছোঁ, আবালৰ দিন বেইটা আলীক মই পোহ পাল দিম আৰু আপুনি তেওঁৰ ভায়েক জা'ফৰক পোহ পাল দিয়ক।” হজৰত আব্বাছে এই প্রস্তাৱত সন্মত হ'লত, জা'ফৰ আব্বাছৰ লগলৈ গ'ল আৰু আলী ৰছুল কৰিমৰ (দঃ) লগলৈ আহিল। তেতিয়া আলী ৭ বছৰীয়া।

হজৰত ৰছুল কৰিমে (দঃ) আলীক নিজৰ লগত ৰাখি, সেই দিন ধৰি তেওঁক সকলো লাগতিয়াল বিষয়ত শিক্ষা দি নিজৰ ঠাচত গঢ়িবলৈ ধৰিলে। উপযুক্ত ওজাৰ হাতত পৰি মহাত্মা আলী অলপ দিনৰ ভিতৰতে শাস্ত্র শস্ত্র সকলো বিষয়তে ভালকৈ পৈণত হৈ পৰিল।

---

(১) গ্রন্থকাৰে লিখা ‘হজৰত মোহম্মদৰ’ ৩৭,পিঠি চাওক।

# ইছ্লামত আত্মসমৰ্পণ

৬১১ খৃঃ।

বিবি খদিজাৰ ইছ্লাম-গ্ৰহণৰ পাচতে, পুৰুষৰ মাজত নিজৰ সাতাম পুৰুষীয়া বোপা-ককাৰ পৌত্তলিক ধৰ্ম্মক নেওচি, সকলো বাধা-বিঘিনিলৈ আওকাণ কৰি, আলৈ-আহুকাললৈ সমূলি ভয় নকৰি, সকলোতকৈ আগেয়ে হজৰত আলীয়ে, বাপেকক নজনাকৈ উপযাচি ইছ্লামত দীক্ষিত হ'ল। এই সময়ত হজৰত আলীৰ বয়স ১৩ তেৰ বছৰ।

ইছ্লাম-গ্ৰহণৰ আগেয়ও তেওঁ কেতিয়াও কোনো প্ৰতিমাৰ আগত মূৰ দোঁৱা নাছিল। এবনে-আব্বাছৰ পৰা জনা যায়—সকলোতকৈ আগেয়ে নবী-কৰিমৰ (দঃ) লগত প্ৰকাশ্যকৈ নামাজত যোগ দিয়ে হজৰত আলীয়ে।

নবী-কৰিমে (দঃ) নিজৰ ধৰ্ম্মপ্ৰচাৰ কৰিবলৈ নানা ৰকম চিন্তা কৰি, জয়জয়তে এৰাতি আপোন কৈদৰ (বনি-হাশ্বিমৰ) জনচেৰেক মুখাল মানুহক নিমন্ত্ৰণ কৰি নিজৰ ঘৰলৈ আনে। খাই-বই উঠাৰ পাচত, তেখেতে তেওঁলোকৰ পৌত্তলিক ধৰ্ম্মৰ অসাৰতা আৰু একমাত্ৰ নিৰাকাৰ আল্লাৰ উপাসনাৰ মাহাত্ম্য বৰ্ণনা কৰি ক'লে—"তৌহিদ" অৰ্থাৎ একত্ববাদ সত্যধৰ্ম্ম প্ৰচাৰ কৰিবৰ নিমিত্তে আৰু ভ্ৰান্ত মানুহবিলাকক মুক্তিৰ সৰল পোন বাট দেখুৱাবৰ নিমিত্তেই আল্লাহতালাই মোক পঠিয়াইছে। মই এতিয়া সেই ফাললৈ আপোনালোকক আহ্বান কৰিছোঁ। কৰ্ত্তব্যৰ এই কঠোৰ পৰীক্ষাত আপোনালোকৰ মাজত মোক কোনে সহায় কৰিব,...?" তেতিয়া হজৰত আলীয়ে একেচাৰে উঠি আনৰ উত্তৰলৈ বাট নেচাই মাত লগালে—"য়্যা ৰছুলুল্লাহ! উপস্থিত সনজুৰাৰ মাজত যদিওবা মই নিচেই ক্ষুদ্ৰ আৰু বলহীন, তেও মই অঙ্গীকাৰ কৰিছোঁ—মই আপোনাক নিস্বাৰ্থে সহায় কৰিবলৈ সাজু আছোঁ।"

এই প্ৰধান মান ল'বাৰ মুখত এনে মহৎ বাক্য শুনি, হজৰত মোহম্মদে (দঃ) উলাহতে নিজৰ পবিত্ৰ হাতেৰে তেওঁক আঁকোৱালি ধৰি চিঞৰি ক'লে—"মোৰ ভাই, মোৰ সাহায্যকাৰী ভাই, আহাঁ আমি ক্ষুদ্ৰ শক্তি লৈ মহাশক্তিমান মহান আল্লাৰ সত্যধৰ্ম্ম প্ৰচাৰ কৰিবলৈ আগুৱাওঁ।" কোৰেচবিলাক অবাক! পাচত সকলোৱে আবুতালেবক ইতিকিং কৰি, দিহাদিহি উঠি গুচি গ'ল।

---

# ছাহাবী-জীৱন

হজৰত আলী ইছ্‌লামত দীক্ষিত হোৱা দিন ধৰি সকলো সময়তে আৰু সকলো বিষয়তে ৰছুল-কৰিমৰ (দঃ) সহায় সাৰথি হ'ল। পৌত্তলিক কোৰেচবিলাকে ইছ্‌লামক নিৰ্ম্মূল কৰিবৰ নিমিত্তে কত ৰকমৰ ষড়যন্ত্ৰ কৰিও একো কৰিব নোৱাৰি, তেখেতৰ প্ৰাণ বধি একেবাৰে তেওঁলোকৰ বাট মুকলি কৰি লবৰ চেষ্টা কৰিলে। ৰছুল কৰিমেও (দঃ) আল্লাৰ হুকুম মতে মদিনালৈ 'হিজৰত' (প্ৰস্থান) কৰিবলৈ সাজু হ'ল। যি ৰাতি তেখেতে 'হিজৰত' কৰিব, সেই ৰাতিয়েই শত্ৰুবিলাকে উদং তৰোৱাল হাতত লৈ তেখেতৰ দুৱাৰ মুখত বহি টোপালি পাৰি আছে, বাজলৈ ওলালেই বাস শেষ কৰিব।

ৰছুল-কৰিমে (দঃ) হজৰত আলীক তেখেতৰ শোৱা পাটীত সেউজীয়া কাপোৰ এখনেৰে ঢাকি শুই থাকিবলৈ ক'লে আৰু তেখেত নিজে ঘৰৰ আনফালেদি বেৰ সৰকি ওলাই গ'ল।

সম্মুখত দুৰ্দ্দান্ত শত্ৰু, উদং তৰোৱাল—মৃত্যুৰ বিভীষিকালৈ আওকাণ কৰি, 'শেৰে খোদায়' ৰছুল-কৰিমক (দঃ) ৰক্ষা কৰিবৰ নিমিত্তে, নিশ্চিন্ত মনেৰে, ওৰে ৰাতি শুই থাকিলে। ঘাতক কেইটাই দুৱাৰৰ

ফাটেদি জুমি চাই, এজনক শুই থকা দেখি ভাবিলে যে, ৰছুল-কৰিমেই (দঃ) শুই আছে। বহুত পৰ বৈ বৈ আমনি লাগিলত বলেৰে সিহঁতে ভিতৰত সোমাই, নিজ নিজ তৰোৱালৰ মুঠি টানকৈ ধৰি মূৰলৈ টোঁৱাই কোব মাৰিব খোজোঁতেই, হজৰত আলী গিৰিম্ কৰে উঠি সিহঁতৰ আগত থিয় হ'ল। সিহঁত কেইওটা জঁয় পৰি গ'ল (১)। আচল গুৰু ভক্তি! আচল হৃদয়ৰ বল! এনে আত্মত্যাগৰ উদাহৰণ জগতৰ বুৰঞ্জীত পোৱা টান।

হজৰত ৰছুল কৰিম (দঃ) মদিনাখুৰা হৈ গৈ কোবাত ওলাল। ইয়াতে কেইদিন মানৰ পাচত হজৰত আলী মক্কাৰ পৰা হেলাই হেঁপাই কথমপি শত্ৰুৰপৰা হাতসাৰি ৰছুল-কৰিমৰ (দঃ) লগত লগ থালেগৈ। তাৰ পাচত তেওঁ মদিনালৈ যায়।

'হিজৰত'ৰ দ্বিতীয় বছৰৰ ৰজব মাহত মদিনাত নবী-নন্দিনী ফাতিমা জোহৰাৰ লগত হজৰত আলীৰ শুভ বিবাহ হয়। বিয়াৰ সময়ত হজৰত আলীৰ বয়স ২১ বছৰ ৫ মাহ আৰু ছোৱালীৰ বয়স ১৫ বছৰ ৫ মাহ ১৫ দিন আছিল। (২)

সকলো 'জেহাদ'তে (ধৰ্ম্মৰণতে) হজৰত আলীৰ অলৌকিক বীৰত্বৰ প্ৰভাৱ আৰু অসাধাৰণ ৰণ-বিদ্যাৰ পৰিচয় বুৰঞ্জীৰ পাতত সোণালি আখৰেৰে লিখা আছে (৩)। তাবুক-ৰণত বাজে আন প্ৰত্যেক ৰণতে হজৰত আলী 'আলম্ বৰ্‌দাৰ' (নিচান ধাৰী) আছিল ; কাৰণ---আৰবৰ নিয়ম অনুসৰি যি জন বিশ্বাসী, ৰণক্ষেত্ৰত অটল থাকে, তেনে বীৰপুৰুষহে নিচানধাৰী হব পাৰিছিল।

---

(১) গ্ৰন্থকাৰে লিখা "হজৰত মোহম্মদ"ৰ ১১০—১১১ পিঠি চাওক।

(২) এই বিয়াৰ বিস্তৃত বিবৰণী "হজৰত মোহম্মদ"ৰ ১৪৪-১৪৫ পিঠিত আছে বুলি ইয়াত চুনাই উল্লেখ কৰা নহ'ল।

(৩) হজৰত আলীৰ বীৰত্বৰ বিস্তৃত বিবৰণী "হজৰত মোহম্মদ"ৰ ঠায়ে ঠায়ে আছে বুলি ইয়াত চুনাই উল্লেখ কৰা নহ'ল।

# খিলাফত।

নৰাধম কেনানাৰ হাতত, ৬৫৫ খৃষ্টাব্দত (৩৫ হিঃ) হজৰত ওছমান 'শ্বহীদ' হ'লত মদিনা নগৰত শত্ৰুতা, বাক-বিতণ্ডা আৰু নানাপ্ৰকাৰৰ ঘোৰ বেমেজালিৰ পাচোৱা বতাহ ববলৈ ধৰিলে। সেই প্ৰবল ধুমুহাই গোটেই ইছ্লাম-ৰাজ্যক তল-ওপৰ কৰি পেলালে। কোন মানুহক খলিফা-পদত বৰণ কৰা যাব, এই প্ৰশ্ন লৈ ডাঙ্গৰ হেন্দোলনি আৰম্ভ হ'ল। হজৰত মাবিয়া, জোবেৰ, তল্হা আৰু আলী, এই চাৰিজনৰ নাম জনসাধাৰণৰ মুখত উপযুক্ত বুলি ওলাইছিল। এই সময়ত হজৰত মাবিয়া (১) মদিনাত নাছিল। গতিকে, বাকী তিনিজনৰ মাজৰ পৰাই এজন বাছি লব লাগিব। কেতবোৰ মিচিৰীয়ে আৰু বছৰাবাসীবিলাকে ত্ৰিপলী বিজয়ী বিখ্যাত বীৰ জোবেৰ, কুফাবাসীবিলাকে চিৰিয়াৰ শাসনকৰ্ত্তা মাবিয়াৰ, আৰব দেশৰ

মদিনাত বিপ্লৱৰ সৃষ্টি।

(১) হজৰত মাবিয়াৰ পিতাকৰ নাম আবুছুফিয়ান আৰু মাকৰ নাম হিন্দা। তেওঁলোকৰ বিস্তৃত বিবৰণ গ্ৰন্থকাৰে লিখা "হজৰত মোহম্মদ"ত পঢ়ি চাওক। হজৰত ওমৰৰ শাসন কালত মাবিয়াই নিজৰ বিবিবে সৈতে শ্বাম (চিৰিয়া) প্ৰদেশলৈ আহে। তাত খৃষ্টানবিলাকৰ লগত যুদ্ধ কৰি বীৰত্বৰ পৰিচয় দিয়ে আৰু শ্বাম প্ৰদেশৰ শাসন-কৰ্ত্তা নিযুক্ত হয়। তেওঁৰ ৰাজধানী দামেস্কত আছিল। তেওঁ এজন পৰাক্ৰান্ত শাসনকৰ্ত্তা বিশাল মোছ্লিম সাম্ৰাজ্যৰ খলিফা হবলৈ সদায় তেওঁৰ ধাউতি আছিল আৰু হজৰত আলীক খলিফা বুলি স্বীকাৰ নকৰিছিল। এই কণীবিহৰ গুটিৰ পৰাই ৰছুল-কৰিমৰ (দঃ) বংশধৰ আৰু তেখেতৰ ঘনিষ্ঠ বন্ধুবিলাকৰ ইছ্লাম ৰাজ্যত নেতৃত্ব আৰু কৰ্ত্তৃত্ব লোপ পায়। তেওঁ ১৯ বছৰ ৩ মাহ কাল ইছ্লাম ৰাজ্যত একাধিপতি আছিল। তেওঁৱেঁই ওমাইয়া বংশৰ প্ৰথম ৰজা।

কেতবোৰ আৰবে তাল্হা আৰু বেচি ভাগ আৰবে আৰু মিচিৰীয়ে হজৰত আলীৰ পক্ষ লৈ, ভয়ানক খলকনি লগাই দিলে। কথা অতি গুৰুতৰ হৈ উঠিল। এনে অৱস্থা দেখি, এই সঙ্কটাপন্ন পদ গ্ৰহণ কৰিবলৈ কোনেও আগ নেবাঢ়ে। ইফালে ভিন্ ভিন প্ৰদেশৰপৰা অহা প্ৰতিনিধিবিলাকে যেতিয়া-লৈকে কোনো কামিলা সাধু এজনক এই ৰাজ্য-শাসন-ভাৰ গ্ৰহণ কৰা নেদেখে, তেতিয়ালৈকে মদিনা নেৰে। সেই দেখি, তেওঁলোকে বৰ বিৰক্ত হৈ মদিনাৰ মুখাল মুখাল মানুহবিলাকক মাতি আনি ক'লে, "আপোনালোকে যদি কালিলৈকে এই গোলমাল-নিষ্পত্তিৰ এটা দিহা নকৰে, তেনেহলে তাল্হা, জোবেৰ, হজৰত আলীক আদি কৰি বহুত মানুহ তৰোৱালৰ মুখত পৰিব।"

এই কথাশুনি মদিনাৰ মানুহবিলাকে হজৰত আলীৰ ঘৰলৈ গৈ তেওঁক শাসন-ভাৰ গ্ৰহণ কৰিবলৈ বৰকৈ টানি ধৰিলে। কাৰণ, তেওঁ বংশানুক্ৰমে প্ৰধান ছাহাবী আৰু তেওঁৰ নিচিনা জ্ঞানী, উদাৰ, চৰিত্ৰবান, সুবিচাৰক আৰু প্ৰকৃত বীৰ আৰবত তেতিয়া আৰু আন কোনোৱেই নাছিল। কিন্তু তেওঁ তেতিয়াও এই ভাৰ লবলৈ অমান্তি হৈ ক'লে, "আপোনালোকে যাকে বাছি লয়, মই তেওঁৰেই বশ্যতা স্বীকাৰ কৰিম।" এনে উত্তৰ শুনি তেওঁলোক বিৰক্ত হৈ ক'লে—"আমি ধৰ্ম্মৰ সাক্ষ্য দি সুধিছোঁ, আমি কেনে বিপদত পৰিছোঁ তাক নো আপুনি নেজানে নে? আপুনি ইছলামৰ কি বিলাই হৈছে জনা নাইনে? আপুনি আল্লাহ্ তা'লাক ভয় নকৰে নে যে, ইছলাম-ৰাজ্যৰ এনে সঙ্কটাপন্ন অৱস্থা দেখিও, সমূলি আঁতৰি থাকিবলৈ ইচ্ছা কৰিছে? সকলোপ্ৰকাৰে আপোনাত বাজে আন কোনো এই পদৰ উপযুক্ত হব নোৱাৰে।" মদিনাৰ মানুহৰ এনে তেজী আৰু কঠোৰ বাক্য শুনি হজৰত আলীৰ চিন্তাসাগৰ উথালথাই পৰিল। তেওঁ ভবিষ্যৎ জ্ঞান-চকুৰে দেখিবলৈ পালে, যেন হেজাৰ হেজাৰ আৰব উদং তৰোৱাল হাতত লৈ

হজৰত আলীৰ খলিফা-পদ গ্ৰহণ।

তেওঁৰ ফালে আহিছে। অবশেষত তেওঁ তেওঁলোকৰ প্ৰস্তাৱত হবিভৰ দি বিনীত ভাবে ক'লে—"যদি আপোনালোকে একান্ত অসন্তুষ্ট হৈছে, মই অগত্যা আপোনালোকৰ খাটনি ৰক্ষা কৰিবলৈ বাধ্য। কিন্তু মই স্বাধীন ভাৱে কাম কৰিম।" তেতিয়া হজৰত আলীক লৈ, তেওঁলোক মছ্‌জিদলৈ গ'ল। তাত সকলোৱেই তেওঁক যথোচিত সন্মান কৰি, তেওঁৰ হাত ধৰি বশ্যতা স্বীকাৰ কৰিলে। হজৰত তাল্‌হা আৰু জোবেৰ তাত উপস্থিত নথকাত, হজৰত আলীয়ে তেওঁলোকক মতাই অনালে। তেওঁলোকে চালে যে, এতিয়া তেওঁলোকৰ কোনো প্ৰকাৰ আসোঁৱাহ কাৰ্য্যকৰী নহব। হেনজানি বাধ্য হৈ বশ্যতা স্বীকাৰ কৰিলে।

যেতিয়া তাল্‌হাই হজৰত আলীৰ হাত ধৰে, তেতিয়া তেওঁৰ ৰণত-কটা বিকল হাতখন দেখি, এজন মানুহে এইটো এটা কুলক্ষণ বুলি কৈছিল। এই কুলক্ষণৰ কু-ফল সঁচাকৈয়ে ফলিল।

মাবিয়াৰ অনুপস্থিতিত এই খলিফা-বাছনি আৰু অভিষেক কাম নিয়াৰিকৈ হোৱা দেখি, তেওঁৰ আত্মীয় মানুহবিলাক সভালৈ ন'গল। এই মনোমালিন্যৰ ভীষণ পৰিণাম কাৰবালা মহাৰণ।

---

# তাল্‌হা আৰু জোবেৰৰ ষড়যন্ত্ৰ।

জগতত এনে কোনো কামেই নাই, যি সকলোৱে একমত হৈ মূৰ দোঁৱাই তাক গ্ৰহণ কৰে। কাম যিমানেই মঙ্গলজনক হওক, এজন নহয় এজন তাৰ বিপক্ষত থাকিবই। তাল্‌হা আৰু জোবেৰে মহা বেমেজালি ঘটাবলৈ উঠিপৰি লাগিল। ইচ্ছা হলেই উপায় ওলায়। অভিষেক কাম হৈ যোৱাৰ পাচত, তাল্‌হা আৰু জোবেৰে হজৰত আলীৰ আগত হজৰত ওছ্‌মানক বধ কৰাৰ

বিষয় উন্নুকিয়াই, তাৰ প্ৰতিশোধ লবলৈ গোহাৰি কৰিলে আৰু সেই কামত হজৰত আলীক পাৰেমানে সহায় কৰিব বুলি অঙ্গীকাৰ কৰিলে। তেওঁলোকে হজৰত আলীক এই ভাবী অশুভজনক কামত লেটিয়াই, দেশত অৰাজকতা আৰু তেওঁৰ ধ্বংস সাধন কৰিবলৈ পাঙ্গ পাতিছিল। কিন্তু হজৰত আলীয়ে তেওঁলোকৰ কু-অভিপ্ৰায় বুজিব পাৰি ক'লে—"যি দলত ক্ষমতাশালী মানুহ বেচি, এই সময়ত তেওঁলোকৰ বিৰুদ্ধে কোনো কথা নকৈ নিতাল মাৰি থকাটোৱেই মই ভাল বিবেচনা কৰোঁ। যদি সকলোৰে মুখত একে কথাকে ওলায়, তেন্তে নিশ্চয় এই কামত হাত দিম। আপনালোকে আকৌ এই বিষয় গুণি-ভাবি চাওক।"

তাৰ পাচত এদিন তাল্‌হা আৰু জোবেৰে খলিফাৰ ওচৰলৈ গৈ, তাল্‌হাই কুফাৰ শাসন-ভাৰ আৰু জোবেৰে বছৰাৰ শাসন-ভাৰ পাবলৈ প্ৰাৰ্থনা কৰিলে আৰু ক'লে—"এই নগৰ দুখনত কেতিয়াবা কোনো আকস্মিক ঘটনা হব খুজিলে, আমি ততালিকে তাৰ দিহা কৰিম।" তেওঁলোকৰ মনৰ ভাৱ হজৰত আলীয়ে বুজি উত্তৰ দিলে—"নকৈ পতা ৰাজ্যৰ সুশৃঙ্খলাৰ নিমিত্তে আপনালোকৰ নিচিনা উপযুক্ত সদ্বিবেচক পৰামৰ্শ-দাতাৰ বিশেষ প্ৰয়োজন। এতেকে এনে দুৰ্দ্দিনৰ সময়ত আপনালোকক কোনো মতেই এৰিব নোৱাৰিছোঁ।" তেওঁলোকৰ মনৰ কামনা পূৰ্ণ নোহোৱাত, শেহত তেওঁলোক 'হজ' কৰিবলৈ খুলি ফাকতি কৰি মক্কালৈ গ'ল।

তাল্‌হা আৰু জোবেৰৰ মক্কা যাত্ৰা।

——:·:——

# হজৰত আয়েশ্বাৰ বিদ্ৰোহ।

হজৰত আয়েশ্বা চিদ্দিকা এই সময়ত মক্কাত আছিল। তেওঁৰ জোবায়েৰ হজৰত ওছমানৰ হত্যাকাণ্ডৰ বাতৰি পাই, তেওঁ তাৰ প্ৰতিশোধ লবলৈ কৃতসঙ্কল্প হ'ল। হজৰত আলীৰ শত্ৰুবিলাকে হজৰত আয়েশ্বাক কবলৈ ধৰিলে যে, হজৰত আলী হজৰত ওছমানৰ হত্যাকাণ্ডত লিপ্ত আছিল। তাল্‌হা আৰু জোবেৰে এই ছেগত তেওঁৰ লগত যোগ দি জানিবা জুইত ঘৃতাহুতিহে দিলে।

আনফালে হজৰত আলীয়ে খলিফা-পদ পায়েই, হজৰত ওছমানে যিসকল

ভিন্ ভিন শাসনকৰ্ত্তাক ভিন ভিন প্ৰদেশলৈ পঠোৱা আৰু তেওঁলো-কৰ পুনৰ আগমণ।

অকামিলা শাসনকৰ্ত্তাক নিযুক্ত কৰিছিল, তেওঁলোকক আঁতৰাবলৈ স্থিৰ কৰিলে। তেওঁ জয়জয়তে শাসন বিভাগৰ সংস্কাৰ কৰিবলৈ ধৰি ৩৬ হিজৰীৰ আৰম্ভতে ওছমান-বেন্ হানিফক বছৰাৰ, আম্মাৰ-বেন্-শ্বাহাবক কুফাৰ, আব্দুল্লা বেন্-আব্বাছক-এমনৰ, ছোহেল-বেন্-হানিফক্ শ্বামৰ (চিৰিয়াৰ) আৰু কায়েছ-বেন্-ছা'আদক মিচিৰৰ শাসন-কৰ্ত্তা পাতি তেওঁলোকক নিজ নিজ কৰ্ম্ম-ক্ষেত্ৰলৈ পাঠিয়াই দিলে।

যাওঁতে ছোহেলে তাবুকত এদল ঘোঁৰ-ছোৱাৰী সৈন্য লগ পালে। সেই সৈন্যই তেওঁক ক'লে—"ওছমানত বাজে যদি আন কোনোৱে আপোনাক শ্বামৰ শাসন-কৰ্ত্তা পাতি পঠিয়াইছে, তেন্তে আপুনি আপোনাৰ আন কৰ্ত্তব্য কামলৈ গুচি যাওক। আমি কেতিয়াও আপোনাক শ্বামৰ সীমাৰ ভিতৰত সোমাবলৈ নিদিওঁ।" এই কথা শুনি ছোহেল অগত্যা উভতিল। সেইদৰে কায়েছক মিচিৰীবিলাকে হকা-বাধা দিয়াত তেওঁ মদিনালৈ উভতিল। ওছমানে বছৰাত

উপস্থিত হৈ জানিবলৈ পালে যে, তাৰ মানুহবিলাক দুদল হ'ল আৰু আম্মাৰে শুনিবলৈ পালে যে, কুফাবাসীয়ে তেওঁলোকৰ বৰ্ত্তমান শাসনকৰ্ত্তা মুছা-আল্-আশ্বাৰিক কেতিয়াও নেৰে ; তেতিয়া তেওঁলোক হতাশ হৈ হজৰত আলীৰ ওচৰলৈ উভতি আহিল। আব্দুল্লা এমনত ওলালত, তাৰ শাসনকৰ্ত্তা এয়ালী-বেন্-মুনিযাই কাম এদি গোটেই চৰ্কাৰী ধনভঁৰাল লুটি মক্কালৈ গুচি গ'ল আৰু তাত তাল্‌হা, জোবেৰ আৰু আয়েশ্বাৰ হাতত লুটিনিয়া ধন সোপ বোৰ দিলেগৈ।

ইয়াৰ মাজতে বিপক্ষদলে হজৰত আলীৰ শাসন কালত অশান্তিৰ ঢৌ তুলিবলৈ হজৰত ওচ্‌মানৰ তেজেৰে বাঙ্গলী হৈ থকা জামা ( চোলা ) চিৰিয়ালৈ নি তাত নায়েলাৰ কটা আঙ্গুলি (১) গাঁঠি, কেতিয়াবা তাৰ মছ্‌জিদৰ 'মিম্বৰ'ৰ ( বেদীৰ ) ওপৰত, কেতিয়াবা সৈন্যবিলাকৰ মাজত নিচান স্বৰূপ থৈ, বাগদাদৰ প্ৰজাসমূহ আৰু সৈন্যবিলাকৰ খঙ্গ তুলিবলৈ ধৰিলে। এই শোকোদ্দীপক দৃশ্য দেখি সকলোৱেই হুৰাওবাৰে কান্দিলে আৰু হজৰত ওচ্‌মান-হত্যাৰ প্ৰতিশোধ লবলৈ মুঠি বান্ধিলে। মহামান্য খলিফাই চিৰিয়াৰ এই বাতৰি পাই, তেওঁৰ অধীনতা স্বীকাৰ কৰিবলৈ তাৰ শাসনকৰ্ত্তা মাবিয়ালৈ উপদেশ দি চিঠি লিখি পঠিয়ালে। মাবিয়াই খালিফাৰ দূতৰ হাতত তাৰ উত্তৰ নিদি, তেওঁৰ নিজা দূত এজনৰ হাতত তাৰ উত্তৰ স্বৰূপে এটা ছাপমৰা ( sealed ) খাম দি পঠিয়ালে। দুই জন দূত মদিনা পাওঁতে, সকলোৰে চিঠিৰ সাৰকথা জানিবলৈ উৎসুক হৈ পৰিল। সকলোৰে আগতে খামটো খোলা হ'ল, কিন্তু তাৰ ভিতৰত লিখা এটি আখৰো নাছিল। হজৰত আলীয়ে ইয়াত বৰ অপমান বোধ কৰিলে আৰু নিজৰ দূতৰ মুখৰ পৰা শুনিবলৈ পালে, চিৰিয়াত ষাঠি হেজাৰ অস্ত্ৰধাৰী পদাতিক সৈন্য হজৰত ওচ্‌মানৰ তেজেৰে

মাবিয়া আৰু খলিফাৰ মনোমালিন্য

(১) গ্ৰন্থকাৰে লিখা হজৰত ওছ্‌মানৰ জীৱনী চাওক।

ৰাঙ্গলী হোৱা 'জামা'ৰ নিচানৰ ছাঁত গোটখাই তেওঁৰ হত্যাৰ প্ৰতিশোধ লবলৈ সাজু হৈছে। হজৰত আলীয়ে এই কথা শুনি তিতা মুৰীয়া লাগি আল্লাহ তা'লা আৰু হজৰত ৰছুল-কৰিমক ( দঃ ) সাক্ষী কৰি ক'লে, "হজৰত ওছমানৰ হত্যাৰ নিমিত্তে মই কেতিয়াও দোষী নহও। যিবিলাকে মোৰ বিৰুদ্ধে অস্ত্ৰধাৰণ কৰিব, তেওঁলোকৰ ধৰ্ম্ম-গুৰু হজৰত মোহম্মদৰ ( দঃ ) অহিতাচৰণ কৰিব।"

হজৰত ওছমানৰ হত্যাকাণ্ডৰ প্ৰতিশোধ লবলৈ হজৰত আয়েশ্বাৰ প্ৰতিজ্ঞা।

নিজে নিৰ্দ্দোষী বুলি কৈ নিতাল মাৰি থাকিলে নহব। জুই জ্বলি উঠিল। তাক নুমুৱাবৰ চেষ্টা কৰিবই লাগিব। সেই দেখি, হজৰত আলীয়ে এই বিদ্ৰোহ-জুই নুমুৱাবলৈ দেহে-কেহে চেষ্টা কৰিব ধৰিলে আৰু তেওঁৰ সহানৰ নিমিত্তে গোটেই আৰবকে অনুৰোধ কৰিলে। কিন্তু মদিনাবাসীবিলাক দুদল হ'ল, এদল হজৰত আলীৰ ফলীয়া হ'ল আৰু ইদল হজৰত আয়েশ্বাৰ ফলীয়া হৈ মক্কাত তেওঁৰ লগত যোগ দিলেগৈ। জোবেৰ আৰু তালহাৰ সহায়ত, হজৰত আয়েশ্বাই, হজৰত ওছমানৰ হত্যাৰ প্ৰতিশোধ লবলৈ সাজু হ'ল। তাৰ মানুহবিলাক তেওঁৰ লগত লগ খাবলৈ, সিঁহতৰ মাজত এখন ঘোষণা-পত্ৰ প্ৰচাৰ কৰিলে আৰু সেই প্ৰতিশোধ হজৰত আলীৰ ওপৰত লবলৈ থিৰাং কৰিলে। এয়ালীয়ে অনা ধন-বিত আৰু হজৰত ওছমানৰ তেজেৰে ৰঙ্গা হৈ থকা 'জামা' তেওঁৰ উদ্দেশ্য সাধনৰ বিশেষ সহায় হ'ল। সকলোৱে গোটপিত খাই মেলত থিৰাং কৰিলে যে, তেওঁলোকে জয়জয়ন্তে বছৰা অধিকাৰ কৰিব।

হজৰত আয়েশ্বাৰ লগত তলহা আৰু জোবেৰৰ যোগ দিয়া।

হজৰত আয়েশ্বাই 'আলাস্কাৰ' নামেৰে উট এটাত উঠি মক্কাৰ পৰা যাত্ৰা কৰিলে। তালহা আৰু জোবেৰ গা-ৰখীয়া স্বৰূপ ৬০০ উট-ছাৱাৰ আৰু ৩৬০০০ পদাতিক সৈন্য লৈ তেওঁৰ লগত গ'ল। কিছুদূৰ গৈ

তেওঁলোকে এখনি সৰু নৈৰ দাঁতিতে অলপ পৰ জিৰাবলৈ ইচ্ছা কৰিলে। এই সময়তে ওচৰৰ গাঁৱৰ কুকুৰবোৰ জাকে জাকে আহি আয়েশ্বাক বেৰি নেৰানেপেৰাকৈ ভুকিবলৈ ধৰিলে। আয়েশ্বাই এই আকস্মিক দৃশ্য দেখি ভয় খালে আৰু হজৰত ৰছুল-কৰিমৰ (দঃ) ভবিষ্যদ্বাণী তেওঁৰ মনত পৰিল। তেখেতে এদিন কৈছিল যে, তেখেতৰ এগৰাকী বিবিক 'জোৱাৰ' (১) নামেৰে এখন গাৱঁৰ কুকুৰবোৰে বেৰি ধৰিব আৰু এইটোৱে হৈছে তেওঁ বিপদত পৰাৰ ঔৎপাতিক পূৰ্ব্ব লক্ষণ। আয়েশ্বা অষ্ঠে কণ্ঠে শুকাল, তেওঁ আৰু এখোজো আগবাঢ়িবলৈ সাহ নকৰিলে। সেই ৰাতিটো তাতে পৰি থাকিবলৈ মন কৰিলে। কিন্তু তাল্‌হা আৰু জোবেৰে তাত থাকিবলৈ ভয় কৰি, এজন চহা মানুহৰ হতুৱা আয়েশ্বাক, সেই গাঁৱৰ প্ৰকৃত নাম লুকুৱাই, আন নাম কোৱালে ; আৰু হজৰত আলীয়ে বহুত সৈন্য লৈ অলপ দূৰতে আছেহি বুলি তেওঁক জনালে।

হজৰত আয়েশ্বাই হজৰত আলীৰ কথা শুনি, তেতিয়াই আকৌ বছৰাৰ ফালে খোজ ললে। বৰ কষ্টেৰে নগৰৰ আগত ওলাই, তাৰ শাসনকৰ্ত্তা ওছমান-বেন্‌-হানিফক নগৰৰ দুৱাৰ মোকোলাই দিবলৈ আৰু তেওঁৰ পক্ষ লবলৈ অনুৰোধ কৰিলে। ওছমানে তাৰ কোনো উত্তৰ নিদি, সেনাপতি আম্মাৰৰ হাতত নগৰ ৰক্ষাৰ ভাৰ দি নিজৰ ঘৰলৈ গুচি গ'ল। আম্মাৰে নগৰবাসীক অস্ত্ৰ শস্ত্ৰ লৈ সাজু হবলৈ কৈ, এতিয়া কি কৰা হব, তাৰ মীমাংসা কৰিবলৈ মুখাল মুখাল মানুহবিলাকক মচ্‌জিদলৈ মতাই অনালে। তেওঁ দেখিলে, নগৰবাসীয়ে দুদল হৈ ভয়ানক খকা-খুন্দা লগাইছে। এনেতে, আয়েশ্বাই মক্কাবাসীৰে সৈতে নগৰৰ দেৱালৰ ওচৰ আহি পালত, বহুত মানুহ তেওঁৰ সাক্ষাৎ কৰিবলৈ তালৈ গ'ল। তাল্‌হা আৰু জোবেৰ, দুয়ো তেজস্বিনী

হজৰত আয়েশ্বা তাল্‌হা আৰু জোবেৰৰ বছৰা অধিকাৰ কৰা।

(১) কোনো কোনোৰ মতে এই গাঁৱৰ নাম হাৱাৱ।

বক্তৃতা দি গোটখোৰা মানুহবিলাকক উত্তেজিত কৰিবলৈ ধৰিলে। তাৰ পাচত হজৰত আয়েশ্বাই নিজেই উটৰ পিঠিৰ পৰাই নিজৰ অভিপ্ৰায় সিদ্ধিৰ নিমিত্তে উপদেশ-বাণী বৰষিবলৈ আৰম্ভ কৰিলে।

ইয়াতো নগৰবাসীয়ে আকৌ দুদল হৈ বৰ হাইচতি লগালে আৰু ইটোৱে সিটোক ধূলি মাৰিবলৈ ধৰিলে। পাচত এজন বছ্ৰাৰ মানুহে হজৰত আয়েশ্বাক লক্ষ্য কৰি কবলৈ ধৰিলে—"হে উম্মোল-মো'মেনীন! খলিফা ওছ্মানৰ হত্যাকাণ্ড সঁচাকৈ হৃদয়ভেদী; কিন্তু আপুনি কিয় আপোনাৰ শান্তিময় ঘৰ আৰু পৰ্দ্দা এৰি পুৰুষে কৰিবলগীয়া কাম হাতত লৈ মুছলমান-বিলাকৰ মাজত মতানৈক্য ঘটাইছে আৰু বিদ্ৰোহ-অগ্নি জ্বলাইছে। আপুনি যদি নিজে উপযাচি আহিছে, তেন্তে ঘৰলৈ উভতি যাওক; যদি কাৰো বুজনি মতে আহিছে, আল্লাহতা'লাৰ সহায় বিচাৰক।" (১) তাৰ পাচত আন এজনে তাল্হা আৰু জোবেৰক ক'লে, "তোমালোকেই এনে বিপদ মাতি আনিছা; কিন্তু তোমালোকৰ বিবি সকলকনো লগত নানিলা কেলেই? উম্মোল-মো'মেনীন হজৰত আয়েশ্বা পৰ্দ্দা-নশ্বীন হৈও, তোমালোকৰ ফন্দিত পৰি ইয়ালৈ আহিছে; ই তোমালোকৰ গৌৰবৰ কাম নে?" এনেকৈ চুপতা-চুপতি হৈ, ক্ৰমে থপা-থপি, মৰা মৰি হ'ল; শেহত কাঁড় তৰোৱাল ব্যবহাৰ হবলৈ ধৰিলে। কিন্তু ইতিমধ্যে নামাজৰ পৰ আহি পৰাত, দুই দল দিহাদিহি গ'ল। তাৰ পাচত আয়েশ্বাই তেওঁৰ সৈন্যবিলাকেৰে সৈতে নগৰৰ দেৱালৰ ওচৰতে তাম্বু তৰি থাকিল। পাচত বছ্ৰাৰ মানুহবিলাকে স্থিৰ কৰিলে, মদিনালৈ দূত পঠিয়াই জানিব লাগিব যে তাল্হা আৰু জোবেৰে ইচ্ছা পূৰ্ব্বক হজৰত আলীক খলিফা পদত বৰণ কৰিছিল নে, লোকৰ খাটনিত পৰিহে তেনে কৰিছিল। যদি ইচ্ছাপূৰ্ব্বকহে কৰিছিল, তেন্তে তেওঁলোকক বিদ্ৰোহী বুলি জানিব লাগিব আৰু যদি অনুৰোধত পৰিহে কৰিছিল, তেন্তে তেওঁলোকৰ

(১) খাম্ হোৱাৱাৰিখ।

বিদ্ৰোহাচৰণ ন্যায়সঙ্গত বুলি ধৰিব লাগিব আৰু তেতিয়া নগৰ-দুৱাৰ খুলি দিয়া হ'ব। এই প্ৰস্তাৱ অনুসৰি তেতিয়াই মদিনালৈ দূত পঠিওৱা হ'ল। কিন্তু ইফালে তাল্হা আৰু জোবেৰে কেনেকৈ নগৰৰ ভিতৰলৈ সোমাব, তাৰ ছেগ চাবলৈ ধৰিলে। এদিন গহীন ৰাতি বৰ ধুমুহা অহাত, তেওঁলোকে সৈন্য এদল লৈ দেৱাল পাৰ হৈ নগৰৰ ভিতৰত সোমাই, ওছ্মানৰ 'এবাদত খানাত' (উপাসনা ঘৰত) ওলাল গৈ আৰু তেওঁৰ ৪০ জন লগুৱাৰ প্ৰাণবধ কৰি পেলাই তেওঁক বন্দী কৰি থলে। ওছ্মানক হজৰত আয়েশ্বাৰ ওচৰলৈ অনা হ'ল। আয়েশ্বাই ওছ্মানক ৪০ কোব বেত মাৰি ফাটকত বন্দী কৰি থবৰ আদেশ দিলে। আদেশ থিতাতে পালন কৰা হ'ল। তাৰ পাচত ওছ্মানক, ডাঢি আৰু চেলাউৰিৰ নোম এডাল এডালকৈ কাঢ়ি লগুৰ শাস্তি কৰি, এৰি দিলে। এতিয়া বচৰা নগৰ ৰক্তপাত নোহোৱাকৈ হজৰত আয়েশ্বা, জোবেৰ আৰু তাল্হাৰ হাতত পৰিল। তেওঁলোকে মানুহবিলাকক তেওঁলোকৰ ফলীয়া কৰি হজৰত আলীৰ বিপক্ষে উত্তেজিত কৰাবলৈ বৰকৈ পুৰুষাৰ্থ কৰিবলৈ ধৰিলে।

——:•:——

# বচ্ৰাৰ বিদ্ৰোহ দমন।

*হজৰত আলীৰ বক্তৃতা আৰু তাৰ ফল।*

ইফালে হজৰত আলীয়ে, তাল্হা, জোবেৰ আৰু আয়েশ্বাৰ বিদ্ৰোহাচৰণৰ কথা শুনি, মদিনাৰ মানুহবিলাকক গোটখুৱাই ওজস্বিনী ভাষাৰে তেওঁলোকৰ অন্যায় আচৰণ সবলোকে বুজাই দিলে। সভাৰ সকলো মানুহ নিমাত হ'ল, বাঁহ পৰি জিন গ'ল। হজৰত আয়েশ্বাই নিজে বিদ্ৰোহী-বিলাকৰ লগত যেতিয়া যোগ দিছে, তেতিয়া আৰববিলাকে মাতে কেনেকৈ ?

কিন্তু এনে ধৰ্ম্মব্যাঘাতজনিত গৰ্হিত কাম কৰিবলৈ বিদ্রোহীবিলাকক এৰি দিলেও আল্লাহ্‌-তা'লাৰ 'গজব'ৰ ( অভিশাপৰ ) ভয় আৰু আয়েশ্বাৰ বিৰুদ্ধে অস্ত্রধাৰণ কৰাও অন্যায়, এই দুয়ে তেওঁলোকৰ মনৰ জড়তা উৎপাদন কৰি দিছিল। অৱশেষত জায়েদ-বেন্‌-হানজেলাই থিয় দি চিঞৰি চিঞৰি ক'লে—"আলী সকলোৰে প্রিয় আৰু হ্ৰেক প্রকাৰে খলিফা পদৰ যোগ্য। তেওঁ এই পদ লবলৈ অনিচ্ছা কৰিছিল, কিন্তু সকলোৰ অনুৰোধতহে গ্রহণ কৰিলে। এতিয়া যিবিলাকে তেওঁক সহায় কৰিবলৈ পাচহোঁহকিবৰ ইচ্ছা পাচহোহকক, আমি প্ৰাণান্তেও তেওঁৰ বিৰুদ্ধে থিয় নহওঁ।" তেতিয়াই আন দুজন মানুহে কৈ উঠিল—"হজৰত ওছমানৰ হত্যাকাণ্ডত হজৰত আলীৰ কোনো সম্পৰ্ক নাই, তেওঁ সমূলি নিৰ্দ্দোষী।" তাৰ পাচত আন্‌ছাৰ এজনে হজৰত আলীক সম্বোধন কৰি ক'লে—"ৰছুলুল্লাহ হজৰত মোহম্মদে (দঃ) মোক এই তৰোৱালেৰে সম্মানিত কৰিছিল। এই তৰোৱাল আজিলৈকে ফাঁকৰ ভিতৰতে সোমাই আছিল। এতিয়া প্ৰতাৰকদলক জোখাৰে শাস্তি দিবলৈ ফাঁকৰ পৰা উলিনাবৰ এয়ে সোণাময় সুযোগ।" এইদৰে প্ৰায় সকলোৰেই হজৰত আলীৰ ফলীয়া হবলৈ স্বীকাৰ কৰিলে।

অগত্যা, হজৰতআলী ৰণ দিবলৈ সাজু হ'ল আৰু থিতাতে ৯০০ সৈন্য গোট খালে। হজৰত আয়েশ্বা বছৰা নৌপোৱাৰ আগেয়ে তেওঁক হাত কৰিবৰ নিমিত্তে হজৰত আলী মদিনাৰ পৰা এই সৈন্য লৈ ওলাল। বাটত আৰ্‌ৰাব্ধা নামেৰে ঠাইত গৈ শুনিলে যে, তেওঁলোকে বছ্‌ৰালৈ গৈ নগৰ অধিকাৰ কৰি ল'লে। হজৰত আলীয়ে এই বাতৰি পাই আৰ্‌ৰাব্ধাতে ৰ'ল। তাৰ পৰাই তেওঁ মোহম্মদ-বেন্‌-আবুবকৰ আৰু মোহম্মদ-বেন্‌-জা'ফৰক কুফালৈ পঠিয়াই তেওঁৰ বন্ধু সকলোলৈ লিখিলে—"আপোনালোকে ধৰ্ম্ম-ৰাজ্যত এই বিদ্রোহ অনল ওপৰলৈ উঠিবলৈ নৌপাওঁতেই নুমুৱাবলৈ আৰু

হজৰত আলীৰ বছৰালৈ যাত্রা ও কুফালৈ দূত পঠোৱা।

মোছ্লিম ভাইসকলৰ বিৰক্তিৰ কাৰণ কি তাক নির্ণয় কৰি, শান্তি স্থাপন কৰিবলৈ চেষ্টা কৰক; তাকে নকৰিলে ঘৰুৱা-দন্দৰ পৰাই ৰণৰ জুই বিয়পি গোটেই ইছ্লাম ৰাজ্য পুৰি ছাই কৰি পেলাব।" এই সময়তে মদিনাৰ পৰা ভালেমান সাহায্যকাৰী সৈন্য আহি পালেহি। হজৰত আলীয়ে সকলোকে গোট খুৱাই ক'লে—"আমি যেতিয়া আন্ধাৰত পৰি আছিলোঁ। তেতিয়া আমি কটা-কটি মৰা-মৰি কৰি দিনে ৰাতিয়ে দন্দ-খৰিয়াল কৰি কাল কটাইছিলোঁ। আল্লাহ্-তা'লাই 'ৰহম' ( কৃপা ) কৰি আমাৰ হিয়াত সত্য-ধৰ্ম্মৰ পোহৰ ঢালি দি আমাক একে ডাল জৰীৰে বান্ধিলে। হজৰত ওছ্মানৰ হত্যাৰ আগলৈকে শান্তি আছিল। যিবিলাকে হিংসাৰ বশবৰ্ত্তী হৈ স্বার্থ-সিদ্ধিৰ নিমিত্তে আনৰ অনিষ্ট কৰিবলৈ সাজু হৈছে, তেওঁলোকে পাহৰি গৈছে যে, সংসাৰৰ ক্ষন্তেকীয়া সুখ সম্পদৰ সলনি তেওঁলোকে অনন্তকালৰ নিমিত্তে অশেষ কষ্ট ভোগ কৰিব লাগিব। যি হওক নহওক, আন আন জাতিৰ দৰে তেওঁলোকৰ ভিতৰত ভিন ভিন ভাগ হোৱাত, অৱশ্য আল্লাহতা'লাৰ গূঢ়তত্ত্ব লুকাই আছে। সেইদেখি, এতিয়া সেই অনন্ত ৰহস্যময় মহা শক্তিশালী আল্লাহতা'লাত আত্মসমৰ্পণ কৰা আমাৰ নিতান্ত উচিত।" তাৰ পাচত নিজৰ ডাঙৰ পুতেক হাচানক কবলৈ ধৰিলে—"উদ্দেশ্য নোহোৱাকৈ পৃথিবীত কোনো কাম নহয়। ৰছুলুল্লাই কৈ গৈছে, এসময়ত আৰবৰিলাকৰ মাজত ৭৩টা দল হব। সেই সময় আহি পাইছেহি। (১) সেইদেখি, ধৰ্ম্মত অটল থাকি হোজা পোন বাটেদি যাবা। প্ৰভুৰূপে আল্লাত, ধৰ্ম্মৰূপে ইছ্লামত, পয়গাম্বৰৰূপে মোহম্মদত (দঃ) আৰু বাট দেখুৱাওটাৰূপে কোৰ্আন মজিদত সন্তুষ্ট থাকিবা।"

---

(১) এইটো হজৰত আলী, হাচান আৰু হোচেনৰ মৃত্যুকাল সম্বন্ধে হজৰত ৰছুল-কৰিমৰ ভৱিষ্যবাণী।

হজৰত আলীয়ে সৈন্যবিলাকক আৰু দুইটি পুতেকক উপদেশ দি, মনে মনে ইছ্‌লাম-ৰাজ্যৰ পৰিণাম চিন্তা কৰিবলৈ ধৰিলে। তেওঁ আবুমুছাৰ ওচৰলৈ পঠোৱা দূত দুজনৰ নিমিত্তে বাট চাই থাকিল। দূত দুজনে কুফালৈ গৈ দেখিলে, তাল্‌হা আৰু জোবেৰে বছ্‌ৰা অধিকাৰ কৰাৰ পাচত, আবুমুছাৰ আগৰ মত লৰিল; সেইবাবে দূত দুজন উভতি আহিল। এই সময়ত হজৰত আলী ক্ৰমে আগুৱাই জোলকাহাৰ নামেৰে ঠাইখনত ওলালগৈ। তাতে তেওঁ পঠোৱা শাসনকৰ্ত্তা ওছ্‌মানৰ লগত দেখা হ'ল। ওছ্‌মানৰ অপমান আৰু লাঞ্ছনাৰ কথা শুনি তেওঁ বৰ দুখিত হ'ল।

আবুমুছাৰ মত পৰিবৰ্ত্তনৰ কথা শুনি, হজৰত আলীয়ে আলেস্তাৰ আৰু এব্‌নে আব্বাছক আকৌ তেওঁৰ ওচৰলৈ সহায় পাবৰ আশাৰে পঠিয়ালে। কিন্তু তেওঁলোকেও একো কৰিব নোৱাৰি উভতি আহিলত, হাচান আৰু আম্মাৰক পঠিয়ালে। আবুমুছাই আথে-বেথে হাচানক অভ্যৰ্থনা কৰিলে। আনকালে হজৰত আয়েশ্বাই পঠোৱা দূতবিলাকে তেওঁৰ ফলীয়া হবলৈ মানুহবিলাকক উত্তেজিত কৰিবলৈ ধৰিলে। অৱশেষত আবুমুছাই উপায় নেপাই সকলোকে লৈ মছ্‌জিদলৈ গ'ল। তাত নানাৰকম উথলা-উথলি হ'ল, কিন্তু একো থিৰাং নহ'ল। তেতিয়া হাচানে থিয় হৈ ক'লে "তাল্‌হা, জোবেৰ আৰু তেওঁলোকৰ লগত আপোনালোকেই মোৰ বাবাজানক একে আযাৰে খলিফা-পদত বৰণ কৰি, তেওঁৰ আদেশ অনুসৰি কাম কৰিবলৈ স্বীকাৰ কৰিছিল। এতিয়া তেওঁৰ বিৰুদ্ধে থিয় হোৱাটো আপোনালোকৰ পক্ষে নিতান্ত গৰ্হিত কাম। তেওঁৰ পৰা যেতিয়া কেতিয়াও স্বাৰ্থপৰতা বা অন্যায় অবিচাৰৰ কোনো চিন পোৱা নাই, তেতিয়া এই বিপ্লবৰ সময়ত আপোনালোকে ন্যায় অন্যায় বিবেচনা কৰি কাম কৰা উচিত; কাৰণ, আল্লাহ-তা'লা সদায় ন্যায়ৰ ফলীয়া, এইটো মনত ৰাখিব।" তাৰ পাচত মহাত্মা হাচানে বিদায় লৈ গুচি আহিল। সত্যৰ অসীম শক্তি! ইমাম হাচানৰ

বক্তৃতা শুনিয়েই সকলোৱে মত লৰি গ'ল। তেওঁৰ পাচে পাচে ন হেজাৰ কুফাবাসী থিতাতে হজৰত আলীক সহায় কৰিবলৈ আহিল। (১)

কুফাৰ পৰা সহায় কৰা মানুহ আহিলত, হজৰত আলীয়ে তেওঁলোকক বছৰাৰ মানুহবিলাকৰ এনে আচৰণৰ কথা জানাই ক'লে যে, বছৰাৰ মানুহবিলাকে কোনো বিদ্ৰোহ নকৰি বশ্যতা স্বীকাৰ কৰিলেই মঙ্গল; তাকে যদি নকৰে, আৱশ্যকতাৰ বশবৰ্ত্তী হৈ তেওঁলোকৰ লগত ৰণ দিবলৈ সাজু হব লাগিব।

জোবেৰ আৰু তাল্‌হাৰ লগত হজৰত আলীৰ কথা-বতৰা।

কুফাৰ মানুহবিলাক হজৰত আলীৰ ফলীয় হোৱা বাতৰি শুনি, হজৰত আয়েশা, তাল্‌হা আৰু জোবেৰ অ'ঠ কণ্ঠ শুকাল। তাল্‌হা আৰু জোবেৰ আপোচতে দন্দ ভাঙ্গিবৰ নিমিত্তে হজৰত আলীৰ ওচৰলৈ গ'ল। হজৰত আলীয়ে তেওঁলোকক বিশ্বাসঘাতকতাৰ নিমিত্তে ভালকৈ ডকচিলে আৰু জোবেৰক ক'লে—"আপোনাৰ মনত পৰা নাই নে যে, হজৰত ৰছুল-কৰিমে (দঃ) আপোনাক এদিন সুধিছিল "তুমি মোৰ চেনেহৰ আলীক ভাল নোপোৱানে?" আপুনি তেতিয়া উত্তৰ দিছিল—"হয়, মই তেওঁক ভাল পাওঁ।" তাৰ পাচত তেওঁতে কৈছিল—"ভাল পালেও তুমি এদিন তেওঁৰ বিৰুদ্ধে থিয় হবা, আৰু তেওঁৰ আৰু গোটেই মোছলিম সমাজৰ দুখৰ কাৰণ হবা।" জোবেৰে তলকৈ মূৰ কৰি ক'লে—"হয়, মোৰ এইটো ভালকৈ মনত পৰিছে। আগেয়ে এইটো মোৰ মনত পৰাহেঁতেন কেতিয়াও বিৰুদ্ধাচৰণ নকৰিলোহেঁতেন।"

(১) এজন বুৰঞ্জী লিখক লিখিছে যে, যেতিয়া মহাত্মা হাচানে আবুমুচাৰ লগত মছজিদত তৰ্ক-বিতৰ্ক কৰিছিল, তেতিয়া আমেৰে এদল সৈন্য লৈ কুফা নগৰ অধিকাৰ কৰি ললে।

জোবেৰে সচাঁকৈয়ে লাজ পাই নিজৰ শিবিৰলৈ গৈ, শত্ৰুতাচৰণৰ সঙ্কল্প এৰি দিছিল; কিন্তু তালহা আৰু আব্দুল্লাৰ ফান্দত পৰি ৰণ দিবলৈ তুনাই সাজু হ'ল।

**কাবিবা-ৰণ বা উট-ৰণ।**

হজৰত আয়েশা এটা উটত উঠি ৰণ-ক্ষেত্ৰলৈ আহিছিল, সেইবাবে আৰববিলাকে এই ৰণক "ইয়াওমোল্ জমল" ( উট-ৰণ ) বোলে। 'কাবিবা' বোলা ঠাইখনত এই ৰণ লাগিছিল বুলি, ইয়াক 'কাবিবা-ৰণো' বোলে। দুই দলৰে দোৰ্ঘোৰ ৰণ লাগিল।

**তালহাৰ মৃত্যু।**

তালহাক প্ৰাণপণে যুদ্ধ কৰা দেখি, মাৰৱাণ নামেৰে খলিফা পক্ষীয় এজন মানুহে ক'লে—"কি আশ্চৰ্য্য! দিন চেৰেক আগেয়ে এই মানুহটো হজৰত ওছমানৰ হত্যাকাৰীৰ দলত আছিল, এতিয়া আকৌ তেওঁৰ হত্যাৰ প্ৰতিশোধ লবলৈ সাজু হৈছে।" এই বুলিয়েই তেওঁ এপাট কাঁড় মাৰি পঠিয়ালে। সেই কাঁড় তালহাৰ ভৰিয়েদি সৰকি গ'ল আৰু তেতিয়াই তেওঁ ঘোঁৰাৰপৰা লুটি খাই মাটিত পৰি গ'ল। পাচত শিবিৰলৈ নৈ যোৱাত, তেওঁ তাতে মৰে।

তালহা পৰিল, জোবেৰৰ মুখ শুকাল। জোবেৰে ভয় ভয়কৈ ৰণ কৰি আছে, এনেতে হোজা জ্ঞানী আম্মাৰক হজৰত আলীৰ সৈন্যদলৰ মাজত দেখি, হজৰত ৰছুল-

**জোবেৰৰ মৃত্যু।**

কৰিমৰ ( দঃ ) কথালৈ তেওঁৰ মনত পৰিল। হজৰত ৰছুল-কৰিমে এদিন কৈছিল-"আম্মাৰ সদায় সত্য আৰু ন্যায়ৰ পক্ষ অবলম্বন কৰিব।" জোবেৰৰ মনত অনুতাপ আহিল আৰু তেতিয়াই ৰণ-ক্ষেত্ৰ এৰি মক্কামুৱা হ'ল। কিন্তু বিধিৰ বিধান বুজিব নোৱাৰি! বাটত ছাবা নৈৰ দাঁতিত আমৰু-বেন্-হৰমুজৰ হাতত মৰা পৰে। অলঙ্ঘ্য বিধিৰ বিধান পূৰ্ণ হ'ল। আমৰুৱে বঁটা পাবৰ আশাৰে তেওঁৰ কটা মূৰ লৈ হজৰত আলীৰ ওচৰত ওলালগৈ। হজৰত আলীয়ে জোবেৰৰ এই কটা মূৰ দেখি কান্দিবলৈ ধৰিলে। জোবেৰৰ কটা মূৰ দেখি হজৰত আলীয়ে আমৰুক শাও দিয়াত, আমৰুৱে কিয় এনে

কাম কৰিলোঁ বুলি অনুতাপ কৰি নিজৰ বুকুত তৰোৱালেৰে খোচ মাৰি আত্মহত্যা কৰিলে।

বিদ্রোহীদলৰ থাই চৰ্দাৰ দুজনৰ এনে দশা ঘটাত, হজৰত আয়েশ্বা বৰ শঙ্কটত পৰিল। তেও পৰিণাম চিন্তা কৰি থাকোঁতেই, তেওঁৰ উটটো কাঁড়েৰে ঘাইল হৈ মাটিত পৰি গ'ল।

হজৰত আয়েশ্বাৰ পৰাজয়

হজৰত আয়েশ্বাক মাটিত পৰা দেখি, তেওঁৰ সৈন্যবিলাক পলাই পত্ৰং দিলে। হজৰত আলীৰে সৈন্যবিলাকৰ এনে অসদ্ব্যৱহাৰ দেখি মৰ্ম্মাহত হৈ তেতিয়াই হজৰত আয়েশ্বাৰ ওচৰ চাপি গ'ল। হজৰত আয়েশ্বাই হজৰত আলীক ওচৰত দেখি, ভয় খাই তেওঁক উধামুধাকৈ শপিবলৈ ধৰিলে। তেওঁ জানিছিল, তেওঁৰ এতিয়া আৰু নিস্তাৰ নাই।

উদাৰপ্ৰকৃতি হজৰত আলীয়ে নিৰবে শপনি সহ্য কৰিলে। তেওঁ মাতৃতুল্য হজৰত আয়েশ্বাক আথে-বেথে ৪০ জনী বান্দী আৰু তেওঁৰ পুতেক মহাত্মা হাচান আৰু হোচেনক লগত দি তেওঁৰ থকা ঠাইলৈ পঠিয়াই দিলে। বহুৰাৰ বিদ্ৰোহ সমূলি নাৰ'গল। হজৰত আলীয়ে ৰণত জয়লাভ কৰি যুদ্ধত পোৱা বস্ত্ৰ-বস্তুবিলাক ৰণত 'শ্বহীদ' ( মৃত ) হোৱা সৈন্যবিলাকৰ উত্তৰাধিকাৰীৰ মাজত ভগাই দি তেওঁ আব্দুল্লা-বেন্-আব্বাছক বছৰাৰ শাসনকৰ্ত্তা পাতিলে আৰু কুফাবাসীৰ সহায়ৰ বঁটা স্বৰূপ কুফা নগৰত ৰাজধানী স্থাপন কৰি তেওঁলোকক সন্তুষ্ট কৰিলে। ৬৫৫ খৃঃ অব্দত (৩৫শ হিঃ) এই ভীষণ বিদ্ৰোহ-জুই নুমাল।

# হজৰত মাবিয়াৰ লগত ৰণ



হজৰত আলীয়ে কাৰিবা-ৰণত জয়লাভ কৰাত, চিৰিয়া প্ৰদেশত বাহে মিচিৰ, আৰব আৰু ইৰাণ (পাৰস্য)ত শান্তিৰ বিমল বতাহ বৰলৈ ধৰিলে। কিন্তু চিৰিয়াৰ

**মাবিয়াৰ খলিফা পদ গ্ৰহণ।**

শাসনকৰ্ত্তা কণী-বিহৰ গুটি মাবিয়াৰ মনৰ তাপ নাৰ নগল। তেওঁ নানা কৌশলেৰে হজৰত আলীক হজৰত ওচ্‌মানৰ হত্যাকাণ্ডত সংশ্লিষ্ট থকা প্ৰমাণ কৰিবলৈ চেষ্টা কৰিলে আৰু জন-বল আৰু ধন-বলত ওকন্দি নিজক খলিফা বুলি স্বীকাৰ কৰিবলৈ প্ৰজাবিলাকক উপদেশ দিলে। তেওঁ মিচিৰৰ ভগা-শাসনকৰ্ত্তা আমৰৰ সহায় প্ৰাৰ্থনা কৰিলে। আমৰেও নিজৰ স্বাৰ্থসিদ্ধিৰ সোণালী সুযোগ পাই ততালিকে বহুত বিশ্বস্ত সৈন্যেৰে সৈতে দামেস্কলৈ গৈ মাবিয়াক খলিফা বুলি মানি, তেওঁৰ বশ্যতা স্বীকাৰ কৰিলে। হজৰত আলীয়ে সৰলভাৱে বহুত চেষ্টা কৰিও তেওঁলোকক ঘূৰাব নোৱাৰিলে। অগত্যা তেওঁ ৯ হেজাৰ সৈন্য লৈ দামেস্ক মুৱা হৈ যাত্ৰা কৰি চিৰিয়াৰ সীমাত তাম্বু তৰি থাকিলগৈ। তাত পানীৰ অভাব। সেই সময়ত তাৰ ওচৰত এজন খৃষ্টান সন্ন্যাসী আছিল। তেওঁৰ পৰা জানিব পাৰিলে যে, বনি-ইস্ৰাইলৰ জনচেৰেক সাধু পুৰুষে তাত এটা নাদ খানিছিল; কিন্তু বহুত দিন হ'ল, সেই নাদ পোত গ'ল। সন্ন্যাসী জনে ক'লে—"তেতিয়াৰ পৰাই এটা প্ৰবাদ চলি আছে যে, শেষনবী হজৰত মোহম্মদৰ (দঃ) ন্যায্য উত্তৰাধিকাৰী দ্বাৰা সেই নাদৰ পুনৰুদ্ধাৰ হব।"

হজৰত আলীয়ে এই কাহিনী শুনি, এডোখৰ ঠাই খানিবলৈ সৈন্যবিলাকক আদেশ দিলে। সেই ঠাই খনাত, বহুত শিলৰ তলত, পানীৰে চপচপীয়া হৈ থকা এটা নাদ ওলাল। সন্ন্যাসীজনে এনে আশ্চৰ্য্য ঘটনা দেখি, হজৰত আলীৰ ভৰিত পৰিল আৰু থিতাতে 'কলমা' পঢ়ি মুছলমান হ'ল।

**৬৫৭ খৃঃ অব্দৰ ১৮ জুন তাৰিখে (৩৭ হিজৰী) হজৰত আলীয়ে** শুনিলে, মাবিয়াই ৮০ হেজাৰ সৈন্য লৈ বাবিলোন আৰু চিৰিয়াৰ সীমাত থকা ফোৰাত (Euphrates) নৈৰ দাঁতিকাষৰীয়া চেফিনত তেওঁক আক্ৰমণ কৰিবলৈ থাপদি আছেহি। সেনাপতি আমৰে বাহ্যিক মাবিয়াক সহায় কৰিবলৈ আৰু আন্তৰিক স্বাৰ্থসিদ্ধিৰ অভিপ্ৰায়েৰে নিজে ৰণ কৰিবলৈ সাজু হ'ল। কিন্তু ইতিমধ্যে পবিত্ৰ ৰমজান মাহ আহি পৰাত, দুই দল তলকা মাৰি থাকিল। এই এমাহ জুৰি হজৰত আলীয়ে অহোপুৰুষাৰ্থ কৰিও মাবিয়াক শত্ৰুতাচৰণৰ পৰা নিবৃত্ত কৰিব নোৱাৰিলে। থিৰ হ'ল—তৰোৱালেৰেহে সকলো কথাৰ মীমাংসা হব।

চেফিন ৰণ।

ৰমজান মাহ উকলি গ'ল। দুই পক্ষ ৰণৰ নিমিত্তে সাজু। হজৰত আলীয়ে নিজৰ সেনাপতিবিলাকক সম্বোধন কৰি ক'লে—"ৰণক্ষেত্ৰত আগেয়ে কোনেও তৰোৱাল নচলাবাঁ, পলৰীয়াক আৰু তিৰোতাক অত্যাচাৰ নকৰিবা। শত্ৰু পক্ষই আক্ৰমণ কৰিলে পোনেই আত্মৰক্ষা কৰিবা।"—পাচত মাজে মাজে সৰুসুৰা ৰণ লাগিবলৈ ধৰিলে। এনে ৰণত দুইপক্ষৰে বিশেষ হানি হবলৈ ধৰিলে; চাৰিমাহৰ ভিতৰত মাবিয়াৰ ৪৫ হেজাৰ আৰু হজৰত আলীৰ তাৰ অৰ্দ্ধেক সৈন্য হানি হ'ল।

হজৰত আলীৰ ফালে 'শ্বহীদ' (মৃত) হোৱা সৈন্যৰ মাজত ২৫ জন ছাহাবা আছিল। হজৰত আম্মাৰৰ মৃত্যুত খলিফা অধীৰ হৈ, ১২ হেজাৰ ঘোঁৰ-ছাৱাৰ সৈন্যেৰে মুকলি তৰোৱাল হাতত লৈ বিপক্ষ সৈন্য-বেহ ভেদ কৰি একেবাৰে মাবিয়াৰ আগত ওলালগৈ আৰু কিঙিয়াই ক'লে—"আৰু কিমান দিন অবাবতে মোছলিম ৰক্তপাত হব? আগবাঢ়ি আহাঁ, আমি দুয়ে দ্বন্দ্ব যুদ্ধ কৰোঁ, যেয়ে জয়ী হব, সেয়ে খলিফা হ'ব।"

মাবিয়াৰ লগত হজৰত আলীৰ ৰণ আৰম্ভ

কিন্তু মাবিয়াই শ্বেৰে-খোদাৰ লগত যুঁজিবলৈ সাহ কৰে কেনেকৈ ? অৱশেহত দুই দলৰ মাজত দোৰ্ঘোৰ ৰণ লাগিল। অস্ত্ৰৰ জন্জননি, ঘোঁৰাৰ পদধ্বনি, বীৰসকলৰ গৰ্জ্জনিয়ে ৰণ-ক্ষেত্ৰ কপাঁই তুলিলে। কোনে কাক হত্যা কৰিছে, কাৰ কাঁড় কাৰ দেহ সৰকি গৈছে, কোন কত পৰিছে, তাৰ ঠিকনা নাই। ক্ৰমে ৰাতি পালেহি, কিন্তু ৰণৰ বিৰাম নাই, ই একে ৰাহে চলি আছে। সেনাপতি আলেস্তাৰে—"আল্লাহোআকবৰ" ধ্বনি কৰি হাতত দুমুখীয়া তৰোৱাল লৈ অসীম বিক্ৰমেৰে "মাৰিম বা মৰিম" এই মন্ত্ৰ লৈ মতলীয়া হৈ ৰণ কৰি গৈ আছে, যেই ফালেই গাজী আলেস্তাৰ গৈছে, সেই ফালেই জনশূন্য হৈ পৰিছে। ৰণ-ক্ষেত্ৰত তেজ-নৈ বৈ গৈছে। অৱশেহত ৰাতিপুৱা আলেস্তাৰে শত্ৰুবিলাকক কাটি নিপাত কৰি মাবিয়াৰ শিবিৰৰ ওচৰ পালেগৈ। তেওঁৰ ভয়ঙ্কৰ কৰাল মূৰ্ত্তি দেখিয়েই মাবিয়াৰ বুকু কঁপিল—তেওঁ তৎক্ষণাৎ পাক কোৰ্আন যাঠীৰ আগত বান্ধি থিয় কৰি ৰণ সামৰিবলৈ চিঞৰিবলৈ ধৰিলে। এইটো ফাকতি বুলি জানিও, কোৰ্আনৰ সন্মান ৰক্ষাৰ্থে ৰণ থামিল। ঘৰুৱা বিবাদৰৰ জুই নুমুৱাবলৈ, মধ্যস্থ স্বৰূপ মদিনাবাসীৰ পক্ষৰ পৰা কুফাৰ শাসনকৰ্ত্তা আবুমুছাক আৰু মাবিয়াৰ পক্ষৰ পৰা আমৰক বাছি দি, হজৰত আলী কুফালৈ আৰু মাবিয়া দামেস্কলৈ উভতিল। ১২ হেজাৰ কুফাবাসীয়ে এই কথাত মান্তি নহৈ কবলৈ ধৰিলে—"খলিফাৰ বিৰুদ্ধে—খোদা আৰু ৰছুলৰ বিৰুদ্ধে বিদ্ৰোহ, তাৰ মীমাংসা এক মাথোন আল্লা-হতা'লাত বাজে আনৰ ওপৰত নিৰ্ভৰ কৰা অযুগুত।"

সিফালে আবুমুছা আৰু আমৰে দুই সৈন্যৰ মধ্যস্থল জুম্আতোল-জোদেলত গোট-খাই ভয়ানক তৰ্কবিতৰ্ক কৰিবলৈ ধৰিলে। অৱশেহত আবুমুছাক ভোলোঙ্গা বুলি জানিব পাৰি, আমৰে আজলমঠালিকৈ তেওঁক কোমল মাতেৰে আৰু বৰ আথে-বেথে কবলৈ ধৰিলে—"হে সাধুপুৰুষ ! ভায়ে ভায়ে অবাবতে এনেকৈ কটা-কটি কৰা যুগুত নে ? ইয়াৰ নিমিত্তে আমি

দাৱী নে? এতিয়া আমাৰ কৰ্ত্তব্য এই—মাবিয়া আৰু আলী দুইকে খলিফা পদৰ পৰা গুচাই, তৃতীয় এজনক সেই পদত বৰণ কৰো। তেনেহ'লেই গোটেই বিবাদৰ কণ-কঠীয়া মৰিব।" পোনপটীয়া আবুমুছাই তেওঁৰ কূট মন্ত্ৰণাৰ উদ্দেশ্য বুজিব নোৱাৰি তেওঁৰ কথাতে হকিভৰ দিলে। তাৰ পাচত দুই পক্ষই দুই সৈন্যৰ নিৰ্দ্দিষ্ট মধ্যস্থলত ওলালহি। আবুমুছাই আম্‌ৰক পোন প্ৰথমতে প্ৰস্তাৱ উত্থাপন কৰিবলৈ ক'লে; কিন্তু টেটোন আমৰে নম্ৰহৈ আবুমুছাকে সেই প্ৰস্তাৱ উল্লেখ কৰিবলৈ অনুৰোধ কৰিলে। হোজা আবুমুছাই 'মিম্বৰ'ত (দোমত) উঠি চিঞৰি কবলৈ ধৰিলে—"ইছলাম ৰাজ্যত যি বিহগছ গজিছে, তাক সমূলঞ্চে উভালি নেপেলালে, আগলৈ ইয়াৰ পৰা হৰেক ৰকম বিপদৰ ভয় আছে, সেইবাবে ভাবী বিপদৰপৰা ৰক্ষা পাবৰ নিমিত্তে আৰু মুছলমানসকলৰ খকুৱা-দন্দৰ কণ-কঠীয়া মাৰিবৰ নিমিত্তে, মই মাবিয়া আৰু আলী দুইকে খলিফা পদৰ পৰা গুচালোঁ। এতিয়া তৃতীয় মানুহ এজনক সেই পদত বৰণ কৰা হওক।" এই বুলি আবুমুছা মিম্বৰপৰা নামিলত, আমৰে তেতিয়াই তাত উঠি কবলৈ ধৰিলে—"আপোনালোকে এইটো শুনিলে যে, আবুমুছাই আলীক খলিফা-পদৰ পৰা গুচাইছে। ময়ো তেওঁৰ মতকে মত দিছোঁ আৰু তেওঁক পদচ্যুত কৰি মাবিয়াক সেই পদত বৰণ কৰিলোঁ। হজৰত মাবিয়াই আমাৰ বৰ্ত্তমান খলিফা। কাৰণ, মাবিয়া হজৰত ওছমানৰ হত্যাৰ প্ৰতিশোধ লবলৈ সাজু আছে আৰু তেওঁ প্ৰকৃত উত্তৰাধিকাৰী আৰু তেওঁৰ দাবী অগ্ৰগণ্য।"

সেনাপতি দুজনৰ মুখৰ পৰা এনে আচম্বিত কথা শুনি, হজৰত আলীৰ সেনাবিলাকৰ মূৰত যেন আকাশী চৰগহে ভাগি পৰিল। সিহঁতে নিজৰ সেনাপতিৰ এনে ঘিণলগা কামৰ নিমিত্তে তেওঁক নানা প্ৰকাৰ বঢ়া-বচন বুলিবলৈকো নেৰিলে। আবুমুছায়ে

**হজৰত আলীৰ সৈন্যবিলাকৰ অসন্তুষ্ট আৰু তেওঁৰ বিৰুদ্ধাচৰণ।**

আমৰৰ টেঙৰালিৰ নিমিত্তে তেওঁক নথৈ গালি শপনি পাৰিবলৈ ধৰিলে। পাচত তৎনেপাই হজৰত আলীৰ বুৰ্বাৰিৰ পাত্র হোৱাত আৰু সাধাৰণৰ গৰিহনাৰ ভয়ত, আবুমুছা মক্কালৈ পলাই গ'ল। চিৰিয়াৰ সৈন্যবিলাকে দামেস্কলৈ গৈ মাবিয়াক ভবিষ্যৎ আনন্দ-বাতৰি জনালে। হজৰত আলীৰ সৈন্যবিলাকে বিপক্ষৰ কুট-নীতিৰ নিমিত্তে সিহঁতক নথৈ গালি শপনি পাৰি আৰু শাও দি দি গুচি গ'ল।

ইফালে আবুমুছা আৰু আমৰৰ ওপৰত সন্ধিৰ সূত্র নিৰ্দ্ধাৰণৰ ভাৰ দিয়াত, কুফাবাসীয়ে বৰ বেজাৰ হৈ হজৰত আলীক কবলৈ ধৰিলে—"আপুনি মানুহৰ বুদ্ধিৰ ওপৰত বিচাৰভাৰ দি নিতান্ত অবিবেচনাৰ কাম কৰিলে। মাবিয়াই হজৰত মোহম্মদৰ ( দঃ ) উপযুক্ত প্ৰকৃত উত্তৰাধিকাৰীৰ বিৰুদ্ধাচৰণ কৰি আল্লাহতা'লাৰ শত্ৰু হৈছে। হেন জানি আল্লাৰ ওপৰত নিৰ্ভৰ কৰি বিপক্ষ-দলৰ বিৰুদ্ধে থিয় হোৱাটোৱেই উচিত আছিল। আমাৰ বিবেচনাৰে এতিয়াও সিহঁতক নিপাত কৰিবলৈ পুৰুষাৰ্থ কৰা উচিত।" হজৰত আলীয়ে ক'লে—"প্ৰতিজ্ঞা ভঙ্গ কৰা বা মুখৰ পৰা ওলোৱা বাক্য লঙ্ঘন কৰা মহাপাপ। সেইদেখি, মই যিটো এবাৰ আদেশ কৰিছোঁ, প্ৰাণান্তেও তাৰ অন্যথা কৰিব নোৱাৰোঁ।" তেওঁলোকে ক'লে—"এনেস্থলত আল্লাহতা'লাত বাজে কোনো মধ্যস্থ বা বিচাৰক হব নোৱাৰে। আপুনি বৰ গৰ্হিত বাম কৰিছে, তাৰ নিমিত্তে আপুনি অনুতাপ কৰা উচিত।" হজৰত আলীয়ে ক'লে—"আপোনালোকে এইটো ভাবি চোৱা উচিত যে, যেতিয়া মাবিয়াৰ সৈন্যবিলাকে যাঠিৰ আগত পবিত্ৰ কোৰআন শৰিফ বান্ধি, "শান্তি ! শান্তি !" বুলি আকাশ-ভেদী আটাহ পাৰিছিল, তেতিয়া মই কৈছিলোঁ, এইটো শত্ৰুবিলাকৰ ধূৰ্ত্তালি মাথোন। কিন্তু আপোনালোকে নিজেই মোৰ ইচ্ছাৰ বিৰুদ্ধে ৰণ বন্ধ কৰিছিলে। ময়ো তেতিয়া অগত্যা সন্ধি কৰিবলৈ মত দিছিলোঁ। এতিয়া কেতিয়াও মই মুখৰপৰা ওলোৱা বাক্যৰ ব্যতিক্ৰম কৰিব নোৱাৰোঁ।"

তেওঁলোকে হজৰত আলীৰ এই কথাত সন্তুষ্ট নহৈ, আব্দুল্লা-বেন্-ৰাহেবক নিজৰ সেনাপতি পাতি, মাবিয়াৰ বিৰুদ্ধে থিয় হ'ল। হজৰত আলীৰ দলৰপৰা 'খাৰিজ' (পৃথক) হৈ যোৱাত এই দলটোৱে 'খাৰিজী' নাম পালে। ক্রমে নাহৰেঁ।ৱা বোলা ঠাইখনত কুফা, বছৰা আৰু আবৰৰ পৰা ২৫ হেজাৰ সৈন্য গোট খালে। হজৰত আলীয়ে সিহঁতক বহুত বঢ়াই বুজায়ো সৎপথলৈ ঘূৰাব নোৱাৰিলে। অবশেহত সিহঁতৰ আগত থিয় হৈ, যাতে ৰক্তপাত নোহোৱাকৈ বিদ্রোহ দমন হয়, এটা নিচান উৰুৱাই ঘোষণা কৰিলে—"খোদা আৰু ৰছুলৰ নিমিত্তে, ধৰ্ম্ম-ৰাজ্যৰ শান্তিৰ নিমিত্তে, যিবিলাকে এই নিচানৰ ছাঁত গোট খাব, নাইবা শত্রুতাচৰণ এৰি কুফালৈ উভতিব, তেওঁলোকক ক্ষমা কৰা হব। তাকে নকৰিলে, আল্লাৰ নাম লৈ শপত খাই কৈছোঁ যে, ইছলামৰ অনিষ্ট চিন্তা কৰা এটি প্রাণীও জীয়াই থাকিবলৈ নিদিওঁ।" এই কথা শুনি ৪ হেজাৰ সৈন্যত বাজে বাকী সৈন্যবিলাকে খাৰিজী দলপতি আব্দুল্লাক এৰি গুচি গ'ল। আব্দুল্লাই এই ৪ হেজাৰ সৈন্যেৰে সৈতে হজৰত আলীক আক্রমণ কৰিলে; হজৰত আলীয়ে এনে অসদ্ব্যৱহাৰত বৰকৈ বিৰক্ত হৈ, এই দুষ্ট দলটোক দলন কৰিবলৈ আদেশ দিলে। অলপ পৰতে ৯ জন সৈন্যই কোনোমতে পলাই প্রাণ ৰক্ষা কৰিলে আৰু বাকী গোটেই সৈন্য ৰণত পৰিল। হজৰত আলীৰ ফালে মাথোন ৯ জন 'শ্বহীদ' হ'ল।

হজৰত আলী আৰু আব্দুল্লাৰ ৰণ।

---

# মিচিৰত মহা বিপ্লব।

মাবিয়াই কেৱল দামেস্ক লৈয়ে সন্তুষ্ট হব নোৱাৰিলে। তেওঁৰ ৰাজ্য বিস্তাৰৰ ধাউতি দিনক দিনে দোপতদোপে চৰি গ'ল। তেওঁ দিনে ৰাতি কেনেকৈ হজৰত আলীক ধ্বংস কৰি গোটেই সাম্রাজ্যৰ অধিপতি হব, তাৰ উপায় বিচাৰিবলৈ ধৰিলে। এই

মোহম্মদ-বেন্-আবুবকৰক আৰু মালিক আলেস্তাৰক মিচিৰলৈ পঠোৱা।

সময়ত নিৰীহ ছাইদ-বেন্-কায়েছ মিচিৰৰ শাসনকৰ্ত্তা আছিল। মাবিয়াই সকলো ঠাইত প্ৰচাৰ কৰি দিলে যে, ছাইদ তেওঁৰ এজন প্ৰধান বন্ধু। সেই বাবেই হজৰত আলীৰ লগত ইমান বিবাদ হোৱাতো, ছাইদে তেওঁৰ কেতিয়াও বিপক্ষতাচৰণ কৰা নাই আৰু এই মৰ্ম্মে ছাইদৰ নাম জাল কৰি এখন চিঠি লিখিলে যে, মাবিয়ালৈ তেওঁৰ শ্ৰদ্ধা আৰু বৰ বন্ধুতা থকাৰ নিমিত্তেই, হজৰত ওছ্মানৰ হত্যাৰ প্ৰতিশোধ-প্ৰাৰ্থী দলক আক্ৰমণ নকৰিলে আৰু কৌশল কৰি সেই জাল-চিঠি খন মিচিৰী দূতৰ হাতত দি দামেস্কলৈ পঠিয়াই বাটতে হজৰত আলীৰ হাতত ধৰা পেলোৱালে। ধৰ্ম্মভীৰু, উদাৰচিত্ত, পোনপটীয়া হজৰত আলীয়ে শত্ৰুৰ টেঙ্গৰালি বুজিব নোৱাৰিলে। তেওঁ বুজিলে যে, সঁচাকৈয়ে ছাইদে মাবিয়াৰ ফলীয়া লৈছে। ভাবী বিপদ আশঙ্কা কৰি তেওঁৰ ঠাইত মোহম্মদ-বেন্-আবুবকৰক পঠিয়াই, তেওঁক তাৰ পৰা অনালে। মোহম্মদে মিচিৰৰ শাসনভাৰ লৈয়ে, মুখাল মুখাল মানুহবিলাকক অবাবতে সন্দেহ কৰি তাৰপৰা খেদাবলৈ ধৰিলে। সেই কাৰণে অতি সোনকালে মিচিৰ ৰাজ্যত ঘৰুৱা-বিবাদে ভুমুকি দিলে। এনে অৱস্থা দেখি হজৰত আলীয়ে আকৌ মালিক আলেস্তাৰক মিচিৰৰ শাসনকৰ্ত্তা পাতি পঠিয়ালে। মাবিয়াই এই

আলেস্তাৰৰ প্ৰাণবধ।

বাতৰি পাই, আৰব আৰু মিচিৰৰ সীমাৰ এজন মানুহৰ ঘৰত মালিক

আলাগুাৰক বিষ খুৱাই মাৰি, আমৰক চহেজাৰ সৈন্য দি মিচিৰলৈ পঠিয়ালে। আমৰ তাত ওলোৱাত, অধিকাংশ মিচিৰী তেওঁৰ ফলীয়া হ'ল। ক্রমে ৰণ আৰম্ভ হ'ল।

মোহম্মদৰ প্ৰাণবধ।

মোহম্মদক আমৰে ৰণত বন্দী কৰি গাধাৰ ছালেৰে মেৰিয়াই, জীয়াই জীয়াই পুৰি মাৰি পেলাই মাবিয়াৰ প্ৰতিনিধিস্বৰূপ মিচিৰৰ শাসনকৰ্ত্তা হ'ল।

হজৰত আয়েশ্বাই তেঁওৰ ভায়েক মোহম্মদৰ প্ৰতি এনে নিৰ্দ্দয় ব্যৱহাৰ কৰা কাহিনী শুনি কান্দি কান্দি মছ্‌জিদত বহি মাবিয়া আৰু আমৰক পাৰেমানে শাও দিবলৈ ধৰিলে। হজৰত আলীও, আলেস্তাৰ আৰু মোহম্মদৰ এই নিদাৰুণ মৰ্ম্মঘাতী বাতৰি শুনি, শোকত অধীৰ হ'ল। মাবিয়াৰ শত্রুতাচৰণ দোপতদোপে চৰি যোৱা দেখি, হজৰত আলী নিতান্ত দুঃখিত হ'ল। যি ভাৰ গ্ৰহণ নকৰি বহুত আঁতৰত থাকিবলৈ যথাসাধ্য পুৰুষাৰ্থ কৰিছিল, কিন্তু অগত্যা কৰ্ত্তব্যৰ অনুৰোধত বাধ্য হৈ তাক গ্ৰহণ কৰি এতিয়া এনে বিপাই! যিবিলাকে বৰকৈ অনুৰোধ কৰি এই ভাৰ লোৱাই, তেওঁৰ বশ্যতা স্বীকাৰ কৰিছিল আৰু খলিফা পদত বৰণ কৰি, তেওঁক সহায় কৰিম বুলি প্ৰতিজ্ঞাবদ্ধ হৈছিল, আজি এজন এজন কৈ তেওঁলোক সকলোৰে গা এৰা দি, শত্রুবিলাকৰ লগত মিলি চতুগুৰ্ণ অশান্তিৰ জুই তুলি হজৰত আলীৰ হায়ৰাণ কৰি তুলিছে। হায় হায়, শান্তিৰ নিমিত্তে শাসনভাৰ লৈ সকলো ঠাইতে অশান্তিৰ ভীষণ জুয়ে সাম্ৰাজ্যখনক ছাই কৰি পেলাইছে! হজৰত আলীয়ে এই বিপদৰ সময়ত সৎপৰামৰ্শ লবৰ অভিপ্ৰায়েৰে আব্দুল্লা বেন-আব্বাছক বছৰাৰ পৰা মতাই অনালে। জিয়াদক তাত তেওঁৰ প্ৰতিনিধিস্বৰূপ থৈ, আব্দুল্লা হজৰত আলীৰ ওচৰলৈ কুফালৈ আহিল। তেওঁ ক'লে—"এই দাসৰ দেহাত এটোপা তেজ থকালৈকে আৰু এবাৰ কঠোৰ চেষ্টা কৰি চাঁও। শত্রুৰ ৰণ-কটীয়া নেমাবোঁমানে কেতিয়াও নেৰোঁ।"

সিকালে দিনে ৰাতিয়ে মাবিয়াই ছেগ বিচাৰি ফুৰিছে। আব্দুল্লাৰ বছৰা এৰাৰ উৰাদিহ পাই, তুহেজাৰ সৈন্যেৰে সৈতে হাজ্ৰামি নামেৰে এজন সেনাপতিক বছ্ৰা অধিকাৰ কৰিবলৈ পঠিয়ালে। জিয়াদে নগৰ ৰক্ষা কৰিব নোৱাৰিম বুলি ভাবি, হজৰত আলীলৈ বাতৰি দিলে। হজৰত আলীয়ে তেতিয়াই হাৰেছক কিছু সৈন্য দি পঠিয়ালে। হাজ্ৰামিয়ে অলপ পৰ হাৰেছৰ লগত ৰণ কৰিয়ে হাৰিল আৰু তেওঁৰ সেই ৰণতে মৃত্যু হ'ল। মাবিয়াৰ বাসনা পূৰ্ণ নহ'ল। তাৰ পাচত আব্দুল্লা বছৰালৈ উভতি আকৌ শাসনভাৰ ললেহি। এই ঘটনা ৩৮ হিজৰীত ঘটিছিল।

বছৰাত মাবিয়াৰ সৈন্যৰ পৰাজয়।

৩৯ হিজৰীৰ আৰম্ভতে অব্দুল্লাই জিয়াদক ইৰাণৰ শাসনভাৰ লবলৈ পঠিয়ালে। হজৰত আলীৰ খিলাফতৰ দিন ধৰি এই কেই বছৰ ইৰাণত নানাৰকম বেমেজালি ঘটিছিল। জিয়াদে তাত শান্তি স্থাপন আৰু নানাপ্ৰকাৰ উন্নতি কৰিবলৈ ধৰিলে। তাত তেওঁৰ যশস্যা সকলোৱে কৰিবলৈ ধৰিলে।

জিয়াদক ইৰাণলৈ পঠোৱা।



# মক্কা আৰু মদিনা আক্ৰমণ।

মাবিয়াৰ ইচ্ছা গোটেই মোছ্লিম সাম্ৰাজ্যৰ একচ্ছত্ৰ অধিপতি হোৱা, কিন্তু সাধাৰণে তেওঁক সেইটো সুবিধা নিদিলে—হজৰত আলী তেওঁৰ বাধা। মাবিয়াই ভাবিলে হেজাৰো বাধা থাকিলেও চেষ্টাৰ আগত সেই বাধা টিকিব নোৱাৰে। এতেকে অহো পুৰুষাৰ্থ কৰিব লাগিব। মক্কা-মদিনা হাতলৈ আনিব পাৰিলেই, কুফা শক্তিহীন হৈ পৰিব। এই ভাবি, ৪০ হিজৰীৰ আগভাগতে মাবিয়াই মক্কা আৰু মদিনা হাতলৈ আনিবলৈ 'এবনে-আৰ্ছাক

তিনি হেজাৰ সৈন্য দি হেজ্জাজৰ ফালে পঠিয়ালে। এব্নে-আছ্ৰ্ তাত হঠাৎ ওলালত, হজৰত আলীয়ে নিযুক্ত কৰা দুইজন বিচাৰপতি, সৈন্যৰ অভাবত নগৰ ৰক্ষা কৰিব নোৱাৰি, কাম এৰি গুচি গ'ল। নগৰৰ মানুহবিলাকে উপায় নেপাই মাবিয়াৰ বশ্যতা স্বীকাৰ কৰিলে। তাৰ পাচত নৰাধম এব্নে-আছ্ৰাই পবিত্ৰ মদিনাত বহুত ৰক্তপাত কৰি আৰবৰ সীমাত থকা প্ৰদেশলৈ গ'ল। তাতো এই শয়তানে হেজাৰে হেজাৰে নিৰপৰাধ প্ৰজাবিলাকৰ প্ৰাণবধ কৰি তেজ-নৈ বোৱালে। তাৰ পাচত এমন আক্ৰমণ কৰিবলৈ গল। তাৰ শাসনকৰ্ত্তা আব্দুল্লাই ৰণত হাৰি নিজৰ দুটি ল'ৰাক এৰি পলাল। এই শয়তানে এই ল'ৰাহঁতটিকো বধ কৰিবলৈ এফেৰাও কুণ্ঠিত নহ'ল। হজৰত আলীয়ে এই নিৰ্দ্দয় আচৰণৰ বাতৰি শুনি, এই নৰপিশাচক এই বুলি শাও দিলে—“হে ৰব্বিল আলেমীন! তুমি আছ্ৰ্ৰ জ্ঞান আৰু বুদ্ধিশক্তি হৰণ কৰা।” সচাকৈয়ে জীৱনৰ শেহ ছোৱাত আছ্ৰ্ বলিয়া হৈ আওমৰণেৰে মৰিল।

—:*:—

## শ্বাহাদৎ।

হজৰত আলীয়ে এতিয়া সাগৰৰ উত্তাল ঢৌত পৰি কক্বকাইছে। বিপদ কেতিয়াও অকলে নাহে। হজৰত আলীৰ নিজা ভায়েক ওকায়েলে মাজ ধন ভৰাঁলৰ পৰা তেওঁৰ বেতন বঢ়াই দিবলৈ এদিন হজৰত আলীক অনুৰোধ কৰাত, হজৰত আলীয়ে নৰৰ ভিতৰৰ পৰা এডোখৰ জ্বলিত নলা হৈ থকা লো আনি ওকায়েলৰ হাতত দিব খোজাত, ওকায়েলে ভয় খাই পাচ হুঁহকি গ'ল। তেতিয়া হজৰত আলীয়ে ক'লে—“তুমি মানুহে কৰা তাপকে যদি সহিব নোৱাৰা, তেন্তে প্ৰজাবিলাকৰ ধনভঁৰাৰ অপব্যয় কৰিলে, মই নো

হজৰত আলীৰ প্ৰাণবধ কৰাৰ ষড়যন্ত্ৰ।

মহাবিচাৰৰ দিনা আল্লাহতা'লাই দিয়া তাপ কেনেকৈ সহিম ?" ইয়াতে ওকায়েলৰ মন কুষাৰি হৈ, এই মহাবিপদৰ সময়ত তেওঁ ককায়েকক এৰি ৷ াবিয়াৰ ফলীয়া হ'ল। হজৰত আলীয়ে এতিয়া কেওফালে ঘোৰ অন্ধকাৰ দেখিছে। 'যেই ফালেই চায়, সেই ফালেই বিবাদৰ উত্তাৰল ঢৌ। হায়, ধৰ্ম্মৰাজ্যৰ কি হ'ব—মুৰনবীৰ প্ৰিয়তমবিলাকৰ কি বিলাই হ'ব !

নাহৰোঁৱা-ৰণৰ দিনচেৰেকৰ পাচত, এদিন আব্দুৰ্ ৰহ্মান মালজাম্, বাৰাক-বেন্-আব্দুল্লাহ, আৰু আম্ৰু-বেন্-বকৰ মক্কা নগৰৰ এডোখৰ নিৰ্জ্জন ঠাইত গোট খাই কথা বতৰা পাতিছিল। ৰণৰ কথা, নিজ নিজ পাৰ্গতালিৰ কথা আৰু বীৰত্বৰ কথা, দেশৰ কথা আদি নানা কথাৰ পাচত খলিফা আৰু বৰ্ত্তমান বিদ্ৰোহৰ কথা উঠিল। তাতে এজনে ক'লে,—"হজৰত আলী, আমৰ, আৰু মাবিয়া, এই তিনজন নমৰিলে ৰাজ্যত শান্তি নহয়।" তেতিয়াই আব্দুৰ্ ৰহ্মানে কৈ উঠিল, "যদি তোমালোকে সাহ কৰিব পাৰা, তেন্তে মই আলীক হত্যা কৰাৰ ভাৰ লব পাৰোঁ।" বাৰাকে ক'লে, "মই মাবিয়াক হত্যা কৰিম।" আমৰুৱে ক'লে—"ভাল কথা, মই নিশ্চয় আমৰক যমালয়লৈ পঠিয়াম।" এই দৰে সিহঁতে প্ৰতিজ্ঞাবদ্ধ হৈ, পবিত্ৰ ৰমজান মাহৰ ১৭ তাৰিখ শুকুৰবাৰে এই জঘন্য কাম কৰিবলৈ স্থিৰ কৰি, প্ৰত্যেকে নিজ নিজ তৰোৱালত বিহ-সানি বাহিৰ হ'ল। বাৰাকে দামেস্কলৈ গৈ ছেগ চাই মাবিয়াক তলপেটত খোচ মাৰিলে; কিন্তু ঘা সাংঘাতিক নহ'ল। বেজে পৰীক্ষা কৰি ক'লে, "ঘা ডোখৰ তপত লো এডোখৰেৰে পুৰিব লাগিব, নাইবা আপোনাক এবিধ পনীয়া ঔষধ খুৱাব লাগিব; কিন্তু পুৰিলে জীৱনৰ আশা কৰা নেযায় আৰু ঔষধ খুৱালে সেই ঔষধে আপোনাৰ সন্তান উৎপাদিকা শক্তি সমূলি নষ্ট কৰিব।" মাবিয়াই ঔষধ খাবলৈকে মান্তি হ'ল। হত্যাকাৰী তেতিয়াই ধৰা পৰিল আৰু খিতাতে তাক যমালয়লৈ পঠিয়াই দিয়া হ'ল।

সিফালে আমৰু-বেন্-বকৰে মিচিৰলৈ গৈ মছ্জিদত সোমাই সেনাপতি আমৰ বুলি ভাবি ইমান কোৰেজাকে সাংঘাতিকৰূপে আঘাত কৰিলে। সেনাপতি আমৰৰ নৰিয়া হোৱাত সেই দিনা মছ্জিদলৈ যাব নোৱাৰিছিল। হত্যাকাৰী ধৰা পৰিল আৰু তাৰ প্ৰাণ বধ কৰা হ'ল। মৰিবৰ সময়ত অপৰাধীয়ে-বৰ আক্ষেপ কৰি কৈছিল—"মই মিচিৰৰ শাসনকৰ্ত্তা কুচক্ৰী আমৰ বুলিহে আঘাত কৰিছিলোঁ, কিন্তু আল্লাৰ ইচ্ছা অন্যৰূপ আছিল।"

আব্দুৰ্ ৰহমানে কুফালৈ গৈ কেতাব নামেৰে এজনী চটাই-পাথৰী তিৰোতাৰ ঘৰত আলহী হ'ল। এই তিৰোতাজনীৰ কেইজনমান আপোন মানুহৰ নাহাৰোৱা ৰণত মৃত্যু হোৱাত, তাই হজৰত আলীক কেনেকৈ বধ কৰি প্ৰতিশোধ লব, তাৰ চেষ্টাত আছিল। আব্দুৰ্ৰহমানে এই তিৰোতা জনীৰ প্ৰেমত মুগ্ধ হৈ তাইক নিকাহ কৰিবৰ ইচ্ছা প্ৰকাশ কৰিলত, তাই ক'লে, "যি যৌতুক স্বৰূপ মোক দেৰ্হাম ( সোণেৰ মোহৰ ) এহেজাৰ, বন্দী বেটী এহাল, আৰু আলীৰ কটা-মূৰ আনি দিব, মই তেওঁৰ লগতে বিয়া হম।"

অব্দুৰ্ৰহমানে তৎক্ষণাত এই প্ৰস্তাৱত মান্তি হ'ল। এই নৰাধম নিৰ্দ্দিষ্ট দিনা নিজৰ কাম সমাধা কৰিবলৈ বাহিৰ হ'ল আৰু সেই তিৰোতা জনীয়ে ৱাৰ্দ্দন আৰু শ্বাবিব নামেৰে দুজন মানুহ কামত সহায় কৰিবলৈ লগত দিলে।

ৰমজান মাহৰ আদিৰেপৰা হজৰত আলীয়ে নিজৰ মৃত্যুৰ বহুত ঔৎপাতিক পূৰ্ব্বলক্ষণ দেখিছিল। তেওঁ তেতিয়াৰে পৰা সদায় বন্ধুবিলাকক সদ-উপদেশ দি সময় কটাইছিল। এদিন তেওঁৰ বুকুখন নৰিবলৈ ধৰিলে আৰু সেই অৱস্থাতে অলক্ষ্যত শুনিবলৈ পালে—"দুৰ্ব্বল মানব হৃদয়ৰ নিমিত্তে ধৈৰ্য্যাবলম্বন আৱশ্যক, কাৰণ আসন্ন মৃত্যুৰ ঔষধ নাই।"

চাওঁতে চাওঁতে ১৭ই ৰমজান পালেহি। ৰাতিপুৱাই হজৰত আলী মছ্জিদলৈ ওলাল। চোতালৰ পৰা শুনিলে ঘৰৰ পশু পক্ষীবিলাকে মহা

হাই কৰি উঠিছে। চাকৰে সিহতক ফমু্টিয়াই নিমাত কৰিবলৈ চেষ্টা কৰিছে। হজৰত আলীয়ে ক'লে—"ৰ'বা, বোধ হয় মোৰ মৃত্যু ওচৰ চাপিছে বুলি সিহঁতে কান্দিছে।"

"নিয়তিয়ে নিজ হাতেৰে যি দিনা
কপালত যিটি লিখিলে আহি,
নাই শ্বৰ্চৰ্ সেই আখৰৰ
সিদৰে জীৱন চলিব ভাহি।
চকুৰ পানীৰে নৈ বৈ য'ক,
হিয়া যদি ভাগে শোকতে হায়,
তথাপিতো জানো পাৰে নে গুচাব ?
কপালৰ ছাপ্ লগতে যায়।"

—ওমৰতীৰ্থ।

শ্বয়তানহত আগেয়ে মছ্জিদত সোমাই আছিল। হজৰত আলীয়ে মছ্জিদৰ ভিতৰলৈ সোমোৱাৰ সময়ত নৰাধম তিনিওটাই তেওঁক দেখি কৃত্রিম থঙ্গ দেখুৱাই, কেওটাই ফাকতি কৰি দন্দ কৰিবলৈ ধৰিলে। কথায় কথায় তৰোৱাল উলিয়াই ল'লে আৰু দন্দ এৰি, ৱাৰ্দ্দানে হঠাৎ হজৰত আলীক জোৰেৰে এটা কোব মাৰিলে, কিন্তু সেই কোবটো তেওঁৰ গাত নপৰি দুৱাৰত পৰিল। তাকে দেখি, আব্দ্ৰহ্মানে হজৰত আলীৰ মূৰত কোব মাৰিলে আৰু হজৰত আলী ঘাইল হৈ মাটিত পৰি গ'ল। ৱাৰ্দ্দান আৰু শ্বাবিব তেতিয়াই পলাই গ'ল, কিন্তু পাপিষ্ঠ আব্দ্ৰহ্মান বিবুদ্ধি হৈ তৰোৱালেৰে সৈতে এঠাইত লুকাই থাকিল।

আন আন মানুহ ফজৰৰ নামাজ পঢ়িবলৈ মছ্জিদলৈ আহি খলিফাৰ এনে শোচনীয় অৱস্থা দেখি হায় হায় কৰি চিঞৰি উঠিল। তাকে শুনি,

তেওঁৰ শিষ্যসকল দলে দলে মছ্জিদলৈ আহি বিলাপ কৰিবলৈ ধৰিলে। তেওঁলোকে হজৰত আলীক হত্যাকাৰীৰ সম্বন্ধে সুধিলত, তেওঁ মাথোন ইমানকে ক'লে—"আপোনালোকে সোনকালে তাৰ বিষয় জানিব পাৰিব।"

হজৰত আলীৰ শিষ্যসকলে তেতিয়াই আব্দুৰ্ৰহমানক তৰোৱালেৰে সৈতে ধৰিলে। তেওঁলোকে তৎক্ষণাত তাক হজৰত আলীৰ আগলৈ আনিলে। তেওঁ তাক নিজৰ ডাঙৰ পুতেক হাচানৰ হাতত দি ক'লে, "তাৰ যাতে কোনো বিষয়ত এতিয়া অভাব নহয় আৰু মোৰ অবিহনে একে কোবে তাৰ প্ৰাণবধ কৰিবা।" মহাত্মা হাচানে পিতৃবাক্য সেই মতেই পালন কৰিছিল। লাহে লাহে হজৰত আলীৰ মাত সৰু হৈ আহিল। ঘাইল হোৱাৰ দুদিনৰ পাচত, ১৯ শে ৰমজান ( ৬৬১ খৃঃ, ৪০ হিঃ ) ৬৩ বছৰ বয়সত তেওঁৰ ৰূহে আক্দচ্ ( পবিত্ৰাত্মা ) নশ্বৰ দেহ-সজা এৰি অনন্ত বিশ্বস্ৰষ্টাৰ লগত মিলিল গৈ। (১) কুফাৰ মছ্জিদৰ চোতালত তেওঁৰ পবিত্ৰ দেহ 'দফন' ( সমাধিস্থ ) কৰা হ'ল। (২) তেওঁ ৪ বছৰ ৯ মাহ কাল ৰাজ্য শাসন কৰিছিল। (৩)

---

(১) কোনোৰ মতে ঘাইল হোৱাৰ তিনদিন পাচত, কোনোৰ মতে চাৰি দিন পাচত, আৰু কোনোৰ মতে ৫৯ বছৰ আৰু কোনোৰ মতে ৬৬ বছৰ বয়সত তেওঁৰ 'ওফাত' হৈছিল।

(২) কোনোৰ মতে মহাত্মা হাচানে শ মদিনালৈ আনি নিজৰ মাক বিবি ফাতিমাৰ কবৰৰ কাষতে "দফন" কৰে।

(৩) কোনো কোনোৰ মতে ৪ বছৰ ৩ মাহ।

# ৰাফেজী সম্প্ৰদায়।

খোলাফায়ে ৰাশ্বেদীনসকলৰ পাচত, এজন ইহুদীয়ে ইছলাম গ্ৰহণ কৰি এটা ন-সম্প্ৰদায়ৰ সৃষ্টি কৰে। এই সম্প্ৰদায়ক খ্যিয়া বা ৰাফেজী (১) বোলে। তেওঁলোকে মহাত্মা হজৰত আলী আৰু তেওঁৰ বংশধৰসকলৰ প্ৰতি অতিপাত শ্ৰদ্ধা দেখুৱায়। তেওঁলোকৰ মতে, হজৰত আলীয়েই হজৰত মোহম্মদৰ (দঃ) প্ৰকৃত উত্তৰাধিকাৰী আৰু আগৰ তিনিজন খলিফাই বলেৰে খিলাফত গ্ৰহণ কৰিছিল।

---

# আকৃতি।

হজৰত আলী তেজগোৰা, চুটি-চাপৰ আৰু দেখিবলৈ বৰ শুৱনি মানুহ আছিল। মুখত ঘন আৰু বৰ দীঘল ডাড়িয়ে শোভা দিছিল। তেওঁৰ মূৰত চুলি নাছিল, তেওঁ তপা আছিল, তেওঁৰ বুকু বহল আৰু ঘন ক'লা নোমেৰে ঢকা। চকু দুটা ডাঙৰ আৰু উজ্জ্বল, মুখখন ফুলি থকা গোলাপ ফুলৰ দৰে বৰসুন্দৰ, দেখিলে মৰম লগা আছিল। তেওঁ সদায় হাঁহি-মুখ। কান্ধ বহল, গা শকত-আৱত। বাহু দুটা আজানুলম্বিত, বলী। তেওঁ হুবহু হজৰত ৰছুল-কৰিমৰ (দঃ) দৰে খোজ কাঢ়িছিল।

---

(১) ৰাফেজীৰ বিপৰীত এক সম্প্ৰদায় আছে, তাক 'খাৰেজী' বোলে। এই খাৰেজীবিলাকে হজৰত আলী আৰু তেওঁৰ বংশধৰবিলাকৰ পৰম শত্ৰু। বৰ্ত্তমান গোটেই ইৰাণ, উজবেক ৰাজ্যৰ অৰ্দ্ধাংশ আৰু প্ৰশান্ত মহাসাগৰৰ দাঁতিকাষৰীয়া খনচেৰেক মুছলমান ৰাজ্যত খিয়া সম্প্ৰদায়ৰ সংখ্যা বেচি দেখা যায় আৰু চিৰিয়া আৰু ইৰাক প্ৰদেশত কিছু পৰিমাণে খাৰেজী শ্ৰেণীৰ মানুহ দেখা যায়। বৰ্ত্তমান পৃথিৱীৰ ৰজাবিলাকৰ মাজত ইৰাণৰ সম্ৰাটেই মাথোন খ্যিয়ামতাৱলম্বী। কাৰবালা ক্ষেত্ৰ খিয়াবিলাকৰ খাই তীৰ্থ স্থান।

# পৰিয়াল

হজৰত আলীয়ে ক্ৰমান্বয় ৯টা বিবা কৰিছিল। বিবি ফাতিমাৰ (১) জীবিতাৱস্থাত তেও কেতিয়াও আন বিবি বিয়া কৰা নাছিল। বিবি সকলৰ নাম ঃ—

(১) ফাতিমা। তেওঁৰ গৰ্ভত হাচান, হোচেইন, মোহচেন, জয়নৰ আৰু উম্মেকুলচুম।

(২) উম্মাং নবিনা। তেওঁৰ গৰ্ভত আব্বাছ, জা'ফৰ, আব্দুল্লাহ আৰু ওছমান।

(৩) লায়লা। তেওঁৰ গৰ্ভত আব্দুল্লাহ আৰু আবুবকৰ।

(৪) আছমা। তেওঁৰ গৰ্ভত মোহম্মদ আছগৰ আৰু য্যাহইয়া।

(৫) স্মাহবা। তেওঁৰ গৰ্ভত ওমৰ, আক্‌বৰ আৰু ৰোবেনা।

(৬ ইমামা। তেওঁৰ গৰ্ভত মোহম্মদ আওছাত।

(৭) খাও া। তেওঁৰ গৰ্ভত মোহম্মদ আক্‌বৰ।

(৮) উম্মেছাইদ। তেওঁৰ গৰ্ভত উম্মোল হাচান, ৰাম্‌লা কোবৰা ; আৰু উম্মেকুলচুন।

(৯) বোলবিয়া। তেওঁৰ গৰ্ভত মাত্র ‘ক কন্যা।

ইয়াৰ বাহিৰে, তেওঁৰ ১১টি কন্যাৰ বিবৰ পোৱা যায়। তেওঁলোক কোন বিবিৰ গৰ্ভজাত সেইটো নিশ্চয় কৰিব নোৱাৰাত, ইয়াত তেওঁলোকৰ নাম দিয়া নহ'ল।

---

(১) হদিচ শৰিফত আছে—তিৰোতাৰ মাজত চাৰি গৰাকী তিৰোতাইহে মাথোন মানৱ জীৱনৰ কৰ্ত্তব্য বিষয়ত পূৰ্ণতা লাভ কৰিছে। তেওঁলোকৰ নাম—ফেৰাউনৰ বিবি আছিয়া, হজৰত ইচাৰ মাক মৰিয়ম, ৰছুল কৰিমৰ বিবি খদিজা, ৰছুল কৰিমৰ জীয়েক ফাতিমা। ৰছুল-কৰিমৰ (দঃ) ওফাতৰ ছমাহৰ পাচত বিবি ফাতিমাৰ ওফাত হয়।

# প্ৰকৃতি।

হজৰত আলী বৰ উদাৰ বুধিয়ক, চৰিত্ৰবান, সদ্বিচাৰক আৰু প্ৰকৃত বীৰ আছিল। যেতিয়া ঘৰুৱা বিবাদ আৰম্ভ হ'ল আৰু আত্মীয় স্বজন ও সেনাপতিবিলাক স্বাৰ্থ সিদ্ধিৰ উপায় বিচৰাত বলিয়া হ'ল, এই প্ৰবল জুই নুমুৱাবৰ নিমিত্তে চাতুৰী, শঠতা আৰু নিষ্ঠুৰতাৰ আশ্ৰয় লব লাগিছিল। এনে কৰাহেঁতেন নিশ্চয় তেওঁ শত্ৰুকুল নিৰ্ম্মূল কৰি, সহজে গোটেই ইছ্‌লাম ৰাজ্য নিজৰ তলতীয়া কৰিব পাৰিলেহেঁতেন। কিন্তু ধৰ্ম্মভীৰু খলিফাই কেতিয়াও তেনে নকৰিলে।

হজৰত ৰছুল-কৰিমে (দঃ) হজৰত আলীক বৰ ভাল পাইছিল। তেখেতে তেওঁৰ আগৰ নাম 'কাদেদ' সলাই 'আলী' নাম দিয়ে। তেখেতে অনেক সময়ত কৈছিল—"আলী মোৰ নিমিত্তে আৰু মই আলীৰ নিমিত্তে। হাৰুণ (Aoran) যেনে হজৰত মূছাৰ সহায়-সাৰথি আছিল, আলীও হুবহু মোৰ সকলো ঠাইতে সহায়-সাৰথি। যি মোক ভাল পাব, তেওঁ যেন আলীক মোৰ বন্ধু বিবেচনা কৰি তেওঁকো তেনেকৈ ভাল পায়। মই সমুদায় জ্ঞানৰ নগৰ আৰু আলী তাৰ দুৱাৰ স্বৰূপ।"

খলিফা হজৰত ওমৰে কোনো ৰাজকীয় কামত আন প্ৰদেশলৈ গ'লে, হজৰত আলীকহে তেওঁৰ প্ৰতিনিধিস্বৰূপে মদিনাত থৈ গৈছিল। হজৰত আলীয়ে খলিফা পদ পাই অতি দুখীয়াৰ সাজ-পাৰ পিন্ধিছিল আৰু সাধাৰণ ভাবে দিন কটাইছিল।

হজৰত আলী বিদ্যানুৰাগী আৰু নিজে কবি আছিল। তেওঁৰ জ্ঞান-গম্ভীৰ উপদেশবিলাক পঢ়িলে সংসাৰ-আসক্তি দূৰ হৈ অন্তৰ খোদাতা'লাৰ ভক্তি-ৰসেৰে পূৰ হয়। প্ৰত্যুৎপন্নমতিত্ব গুণৰ নিমিত্তে তেওঁ সকলো ঠাইতে জনাজাত আছিল। তেওঁ সদায় মুছলমানবিলাকক কৈছিল—"সাৱধান।

আন আন মুছলমান ভাইসকলৰ বন্ধুতা এৰি দন্দ-খৰিয়াল লগাই নিদিবা। পাল এৰা ছাগলী যেনেকৈ শিয়ালৰ অধীন হৈ পৰে, তেনেকৈ যিসকলে ভ্ৰাতৃ বান্ধনি এৰে, তেওঁলোক শয়তানৰ অধীন হয়। সেই নিমিত্তে, যি সকলে সাম্প্ৰদায়িক আৰু ধৰ্ম্মকামত মতান্তৰ ঘটাব, মোৰ কাপোৰ তেওঁলোকে পিন্ধিলেও তেওঁলোকে শান্তি নেপাব।"

হজৰত আলীয়ে ছালছিগা নিঠৰুৱাৰ দুখ গুচুৱাত আৰু আলহীৰ সোধ-পোছ কৰাত বৰ যত্ন কৰিছিল। তেওঁৰ থকা সমূলি নাছিল আৰু আল্লাৰ কামত তেওঁ তেনেই আত্মসমৰ্পণ কৰি দিছিল। ইয়াতে প্ৰিয় পাঠকৰ ওচৰত কেইটিমান ঘটনা উল্লেখ কৰিবলৈ খুজিছোঁ।

এদিন হজৰত ৰছুল কৰিমে (দঃ) আলীৰ ঘৰলৈ গৈ, নাতি হাচান আৰু হোচেইনক নৰিয়া হৈ পৰি থকা দেখিলে। তেখেতে ফাতিমাক ক'লে, "তোমালোকে কোনো সঙ্কল্প কৰা, তেনেহ'লে তোমালোকৰ ল'ৰা দুটি ভাল হ'ব।" তাকে শুনি, আলী আৰু ফাতিমাই তিনি দিন ৰোজা ৰাখিম বুলি সঙ্কল্প কৰিলে। আল্লাৰ ফজলে (কৃপাত) ল'ৰা দুটি ভাল হ'ল। প্ৰথম দিন আলী আৰু ফাতিমাই ব্ৰতৰ পাচত গধূলি 'ইফ্তাৰ' কৰিবলৈ (মুখত পানীদিবলৈ) বহিছে, এনে সময়ত এজন দুখীয়া মানুহ আহি অলপ অচৰপ কিবা খোৱা বস্তু বিচাৰিলে। তেতিয়া আলী আৰু ফাতিমাই প্ৰত্যেকৰ নিজ নিজ ভাগৰ ৰুটী আছিল তেওঁক তাকে দি পেলাই, তেওঁলোকে কেৱল শুদা পানীকে খাই ৰাতিটো কটালে। দ্বিতীয় দিনাও গধূলি এজন অনাথ মগনিয়াৰ আহি খাবলৈ বিচাৰিলে, তেওঁলোকে সেইদিনাও যি আছিল মানে সকলো তেওঁক দি পেলালে। তৃতীয় দিনাও গধূলি তেওঁলোকে 'ইফ্তাৰ' কৰিবৰ সময়তেই এজন নিঠৰুৱা মানুহ আহি অলপ খোৱা বস্তু বিচাৰিলে, সেই দিনাও তেওঁলোকে যি আছিল মানে সেই মানুহজনক দি পেলাই, আলহী সৎকাৰৰ অনুপম নিদৰ্শন দেখুৱালে।

এদিন হজৰত আলীয়ে কোনো আবশ্যকীয় কামত তেওঁৰ লগুৱাটোক মাতিলে। কিন্তু লগুৱাটোৱে কোনো উত্তৰো নিদিলে আৰু নাহিলেও। শেষত তেওঁ উঠি গৈ দেখিলে যে, ঘৰৰ এচুকত সি উমলি আছে। তেওঁ সুধিলে—"তুমি নো মোৰ এবাৰ মাতো নুশুনিলা নে?" লগুৱাই উত্তৰ দিলে—"মই কেওবাৰ মাত শুনিছিলোঁ। কিন্তু মই জানো যে, আপুনি এনে অপৰাধৰ নিমিত্তে মোক কোনো শাস্তি নিদিয়ে আৰু আপোনাৰ খঙো নুঠে। সেই বাবে মই উমলা এৰি যোৱা নাই।" এই কথা শুনি, তেওঁ হাঁহি পেলালে আৰু লগুৱাটোক মুক্ত কৰি দিলে।

এদিন ৰণ-ক্ষেত্ৰত হজৰত আলীয়ে এটা বিধৰ্ম্মী শত্ৰুক মাটিত পেলাই নিৰস্ত্ৰ কৰি, তাৰ বুকুৰ ওপৰত বহি টেটু চিঙিবৰ নিমিত্তে তৰোৱাল দাঙোঁতেই, সি একো কৰিব নোৱাৰি তেওঁৰ মুখত থু পেলাই দিলে। তেওঁ তেতিয়াই নিজৰ হাতখন কোচখুৱাই নিলে আৰু কাফিৰটোক এৰি দিলে। এনে ব্যৱহাৰত বৰ আচৰিত হৈ, কাফিৰটোৱে তেওঁক ইয়াৰ কাৰণ সুধিলে। শেষে খোদাৰে উত্তৰ দিলে—"চোৱাঁ, মোৰ কোনো স্বাৰ্থলাভৰ আশা কৰি তোমালোকৰ লগত ৰণ দিবলৈ অহা নাই। আল্লাৰ ধৰ্ম্মৰ নিমিত্তেহে আমি যুঁজো। যেতিয়া তুমি মোৰ মুখত থু পেলালা, তেতিয়া তোমাৰ ওপৰত মোৰ বৰ খং উঠিল। এই খঙৰ অৱস্থাত তোমাক মই বধ কৰা হ'লে মোৰ নিজৰ অপমানৰ প্ৰতিশোধ লোৱা হ'লহেতেন, ই ধৰ্ম্ম যুদ্ধ নহ'লহেঁতেন। আল্লাৰ বাবৰ লগত আমাৰ নিজা কাম মিহলি কৰিবলৈ ইচ্ছা নকৰোঁ।" কাফিৰটো তেওঁৰ ব্যৱহাৰত মুগ্ধ হৈ ইছলাম ধৰ্ম্ম গ্ৰহণ কৰিলে।

এনে উদাহৰণ হজৰত আলীৰ জীৱনাত ভালেমান আছে।

হজৰত আলীৰ খিলাফতৰ মোহৰত "সৰ্ব্বশক্তিমান খোদা তাঁহাই ৰাজত্বৰ প্ৰকৃত অধিকাৰী" এই ফাকি কথা কটা আছিল।

---

## Office of The Director of Public Instruction, Assam.

No. 20665 B. / IT-100/30

FROM

Babu Girish Chandra Chakravarty
Personal Assistant to the
Director of Public Instruction, Assam.

To

Maulvi Faizuddin Ahmed,
Retired Extra Assistant Commissioner,
Jorhat.

J. R. Cunningham Esq.
C. I. E., M. A.,
D. P. I., Assam.

*Dated 3/11/1930.*

Sir,

Subject

H[illegible] Muhammad [illegible]
Hazrat [illegible] Siddique
Hazrat Omar Faruk
Hazrat [illegible]

In continuation of this office letter No. 20035 B dated 20th. October 1930, I am directed to state that the Director of Public Instruction has been pleased to approve of the marginally noted books as Prize and Library books for Anglo-vernacular Schools, Muktabs and Madrasas in which Assamese is the vernacular.

Your obedient servant,

*Sd/- G. Chakravarty*

Personal Assistant to the D. P. I., Assam

[illegible]

Khatoon Press, Jorhat.